# প্ৰকাশকৰ নিবেদন।

"ভ্ৰম-ৰঙ্গ" নাটক খনি প্ৰথমে ছপা হোৱাৰ আজি প্ৰায় পঞ্চাশ বছৰ হল। বৰ্ত্তমানত এই নাটকখনি পাবলৈ নাইকিয়া হৈছে। এই পুৰণি কিতাপখন ছপাই ৰাইজৰ আগত দাঙি ধৰোতে লিখক সকলৰ যৎকিঞ্চিত চিনাকি দিয়াই এই নিবেদনৰ প্ৰধান উদ্দেশ্য।

নাটকখনি মহাকবি চেক্সপিয়েৰৰ Comedy of Errorsৰ সহজ ভাঙনী। ভাঙনী কৰিছিল চাৰিজন কলেজত পঢ়া অসমীয়া ছাত্ৰে। যি যুগত এই ভাঙনী উলিয়া হৈছিল সেই যুগটো অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ পক্ষে বৰ দুৰ্দ্দিন আছিল। তেতিয়া স্কুল কাছাৰিৰ বৰঘৰৰ বৰপীৰাত বহিবলৈ ঠাই পাইছিল বঙ্গলা ভাষাই। অসমীয়া ভাষাৰ ঠাই আছিল বাজ চোতালৰ ডুখৰি পীৰাত।

শিক্ষাই চকু মুকলি কৰা, কলিকত্তাত পঢ়া ডেকাসকলৰ অসমীয়া ভাষাক ন্যায্য ঠাই দিয়াৰ প্ৰয়াসেই "ভ্ৰম-ৰঙ্গ" নাটক প্ৰকাশৰ ঘাই কাৰণ। কলিকতীয়া ছাত্ৰৰ সকলেই মাহেকীয়া আলোচনী "জোনাকী" আৰু "বিজুলী" উলিয়ায়, আলোচনী কেইখনৰ নিমিত্তে প্ৰবন্ধ লিখিবলৈ লগৰীয়া ছাত্ৰৰ বন্ধুসকলক বাধ্য কৰে। তেওঁলোকৰ চেষ্টাৰ ফলত আধুনিক অসমীয়া ভাষাৰ বহুত উন্নতি হৈছে। আজিৰ অসমীয়া সেই কালৰ কলিকতীয়া ছাত্ৰ সকলৰ ওচৰত বিশেষ ৰূপে ঋণী।

অসমত এনে এটা কাল আছিল যেতিয়া থিয়েটাৰ কৰিবলৈ হলে মাথোন "ভ্ৰম-ৰঙ্গ" নাটকখনি হে পোৱা হৈছিল। এতিয়া সেই কিতাপ পাবলৈ নাইকিয়া হল। আৰু লিখক-সকলৰ এজনো ইহ সংসাৰত নাই।

ভাওনী কৰোতা চাৰিজনৰ ভিতৰত দেৱ ৰত্নধৰ বৰুৱাই প্ৰথমতে ইহলোক এৰিব লগীয়া হয়। তেখেতৰ জন্ম জয় নগৰঁত খ্ৰীঃ ১৮৬৪ চনৰ চেপ্টেম্বৰ মাহত। সেই জিলাৰ চৰকাৰী হাইস্কুলৰ পৰা ১৮৮২-৮৩ চনত তেওঁ এণ্ট্ৰেঞ্চ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। লক্ষীপুৰৰ জমিদাৰ দেৱ খগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভিতৰত এণ্ট্ৰেঞ্চ পৰী-ক্ষাত সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰা ছাত্ৰক দিয়া সোণৰ পদক বৰুৱাদেৱে পায়। কাছাৰ জিলাৰ বাসিন্দাসকলে তেওঁলোকৰ ভূতপূৰ্ব্ব ডেপুটি কমিছনাৰ মিষ্টাৰ অ', জি, আৰ, মেক্ৰিলিয়ম্ বি-এ, চি-এচৰ সম্মানাৰ্থে এণ্ট্ৰেঞ্চ পৰীক্ষাত সকলোতকৈ আগ হোৱা ছাত্ৰক দিয়া ৰূপৰ পদকো বৰুৱাদেৱে পায়।

সেই কালত কলিকতালৈ যাব লগীয়া হলে, জাহাজেদি গৈ গোৱালণ্ডত ৰেল ধৰিব লাগে। এনেকি, তেতিয়া ধুবুৰী-লৈকো ৰেল পতা হোৱা নাই। ৰেলে জাহাজেদি বগাই বৰুৱাদেৱে আৰু তেওঁৰ সহপাঠীসকলে কলিকতাত পঢ়েগৈ।

ইতিপূৰ্ব্বে অসমৰ কলেজটো উঠাই দিয়া হল। সেই ক্ষতি পূৰণৰ অৰ্থে এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰা অসমীয়া ছাত্ৰ সকলক বঙলাদেশৰ কলেজত পঢ়িবলৈ মাহে ২০৲ টকীয়া বৃত্তি

দিয়া হৈছিল। তাৰ পাছত প্ৰথম দুজন অসমৰ ছাত্ৰক ২৫৲ টকীয়া আৰু তাৰ পাছৰ ১৪ জনক ২.০৲ টকীয়া বৃত্তি দিয়া হয়। বকৱাদেৱে মাহে ২০৲ টকীয়া বৃত্তি পাইছিল। ঘৰৰ অৱস্থা ভাল থকা বাবে তেখেতে ঘৰৰ পৰাও টকা নিছিল। যেতিয়া "ভ্ৰম-ৰঙ্গ" ছপা কৰিব লগীয়া হয় তেখেতেই সকলো খৰছ যোগায়।

ডেকা ৰত্নধৰে ১৮৮৫ চনত দ্বিতীয় বিভাগত এফ্-এ পৰীক্ষা পাছ কৰি ১৮৮৭ চনত বি-এ পৰীক্ষা পাছ কৰে। তাৰ পাছত বি-এল পৰীক্ষাৰ নিমিত্তে সাজু হওঁতে তেওঁ তিনি-জন সহপাঠীৰে সৈতে লগ লাগি "ভ্ৰম-ৰঙ্গ" নাটকখনি লিখে। ১৮৮৯ চনত তেওঁ বি-এল পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৯২ চনলৈকে নগাওঁত ওকালতি কৰে। সেই বছৰ তেখেতে চব্-ডিপুটি কলেক্টৰ কামৰ প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি সেই বিষয় পায়। তেখেতক গাৰো পাহাৰত কামত দিয়া হয়। তাতে কলাজ্বৰ ৰোগত আক্ৰান্ত হোৱাত মঙ্গদৈলৈ বদলিত আহি তাৰ পৰা ছুটিত ঘৰলৈ যায়। ৰোগৰ উপশম নোহোৱাত বৃন্দাবনলৈ বুলি যাত্ৰা কৰি আহি গুৱাহাটীত ১৮৯৪ চনত ঢুকায়।

"জোনাকী" আৰু "বিজুলী"ত ওলোৱা প্ৰবন্ধত বাজে তেওঁ লিখা আন একো প্ৰবন্ধাদি পোৱা নাযায়।

"ভ্ৰম-ৰঙ্গ" লিখোতা সকলৰ ভিতৰত স্বৰ্গী হোৱা দ্বিতীয় পুৰুষজন হৈছে দেৱ ঘনশ্যাম বৰুৱা। এখেত ১৮৬৭ চনৰ ১৫ এপ্ৰিল তাৰিখে গোলাঘাট মহকুমাত ওপজে। পিতাক আছিল

খুমটাইৰ মৌজাদাৰ দেৱ কান্তিৰাম বৰুৱা। ঘৰতে শিক্ষা আৰম্ভ কৰি, সেই কালত গোলাঘাটত ইংৰাজী শিক্ষাৰ কোনো ব্যৱস্থা নথকা গতিকে, বৰ ককায়েক দেৱ দণ্ডধৰ বৰুৱাৰ ( পাছত ৰায় বাহাদুৰ খিতাপ পায় ) লগত থাকি শিৱসাগৰৰ গৱৰ্ণমেণ্ট হাই স্কুলৰ পৰা ১৮৮২-৮৩ চনত এণ্ট্ৰেঞ্চ পৰীক্ষা পাচ কৰি ২০৲ টকীয়া বৃত্তি লৈ কলিকতাত প্ৰেচিডেঞ্চি কলেজৰ পৰা এফ্-এ আৰু জেনেৰেল এচেম্ব্লিৰ পৰা ( বৰ্ত্তমান স্কটিচ্ চাৰ্চ্চ্ কলেজ ) ১৮৮৭ চনত বি-এ পৰীক্ষা পাচ কৰে। আগৰ ডোখৰত দেৱ আব্দুল মজিদ ( পাছত চি-আই-ই খিতাপ পায় ) চাহাবৰে সৈতে এখেত "আসামিজ ষ্টুডেণ্টচ্ লিটাৰেৰি ক্লবৰ" যুটীয়া সম্পাদক আছিল। বি-এল পৰীক্ষা দিবলৈ সাজু হওঁতে এখেতে বাকী তিনিজন লগৰীয়াৰে সৈতে লগ লাগি "ভ্ৰম-ৰঙ্গ" নাটক লিখে।

সেই সময়ত অসমীয়া আলোচনীৰ নিমিত্তে প্ৰৱন্ধ লিখা কলিকতীয়া ছাত্ৰসকলৰ নিমিত্তে বাধ্যতামূলক আছিল। নিজে লিখা প্ৰৱন্ধ দিব নোৱাৰিলে অৰ্থ-দণ্ড দিব লাগিব। এখেতৰ গাত বাব পৰিল প্ৰৱন্ধ এটা লিখি দিব লাগে, নহলে ১৫৲ জৰিমনা ভৰিব লাগিব। তেতিয়া বৰুৱাদেৱে "আত্মশিক্ষা" নামে দীঘলীয়া প্ৰৱন্ধ এটা লিখে। সেই প্ৰৱন্ধটি অদ্যাপি ৰায় বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱাৰ "সাহিত্য-সংগ্ৰহ"ত সন্নিবিষ্ট হৈ জিলিকি আছে। ভাটী বয়সত তেখেতে শ্ৰীমদ্ভাগৱত গীতাৰ অসমীয়া ভাষ্য এখন লিখিবলৈ হাতত লয়। কিন্তু

পাতনি লিখাও শেষ নহল। তেতিয়া তেখেতৰ বিশেষ ধাউতি ৰাষ্ট্ৰনীতিৰ ফাললৈ। ধৰ্ম্মৰ আলোচনাই তেখেতক ৰাষ্ট্ৰনীতিৰ পৰা আঁতৰাই ৰাখিব নোৱাৰিলে।

১৮৮৯ চনত তেখেতে বি-এল পাছ কৰি গোলাঘাটত ওকালতি আৰম্ভ কৰে। তেতিয়া গোলাঘাটত উকীলৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা। যোৰহাটৰ কেইজনমান অসমীয়া উকীল আৰু দুজন বঙ্গালী ভদ্ৰলোকে গোলাঘাটত ওকালতি কৰে। বৰুৱাদেৱে নিজ বুদ্ধিৰ বলত ওকালতি ব্যৱসায়ত অতি সোনকালে খ্যাতি অৰ্জ্জন কৰিলে। শেষলৈ এনে সুনাম হল যে মোকৰ্দ্দমা কৰা মানুহে তেখেতক "বৰ উকীল" বুলি-লেহে চিনে।

এখেতৰ ১৩ বছৰ বয়সত এটা টান নৰিয়া হয়। সেই ৰোগতে হৃৎপিণ্ডৰ কিছু বিকাৰ জন্মে। সেই বাবে তেখেতে চৰকাৰী বিষয়লৈ কেতিয়াও ধাউতি কৰিব নোৱাৰিছিল। ওকা-লতি কালৰ আৰম্ভণৰ পৰাই তেখেতে সেই কালৰ উপযোগী ৰাইজৰ সেৱা কাৰ্য্যত মন নিয়োগ কৰিলে। গোলাঘটীয়া ৰাইজৰ সৰ্ব্বজনীন সভাত তেখেতে যোগ দিলে, চৰকাৰৰ ঘৰলৈ আৱেদন নিবেদনত লাগিল। চৰকাৰৰ মনোনীত সভ্য হৈ গোলাঘাট ইউনিয়ন আৰু গোলাঘাট লোকেল বোৰ্ডৰ ভাইচ চেয়াৰ মেনৰ বাব কাউঞ্চিলত নোসোমোৱালৈকে চলাইছিল। তেখেতৰ বিশেষ যত্নতে ইউনিয়নৰ ঠাইত গোলাঘাটত মিউনি-চিপেলিটি স্থাপন হয়।

১৮৮৯ চনত স্বনামধন্য দেৱ গোবিন্দচন্দ্ৰ বেজবৰুৱাই গোলাঘাটত হাই স্কুল খোলে। ওকালতিৰ পৰা যেতিয়াই সকাহ লব পৰা হয়, বৰুৱাদেৱে স্কুলত বিনা বেতনে শিক্ষকতা কৰে। তেখেতে ওপৰ শ্ৰেণীত ইংৰাজী সাহিত্য, অঙ্ক আৰু ইতিহাস পঢ়ুৱাইছিল। পাছত স্কুল পৰিচালনা বিষয়ত বেজবৰুৱা ডাঙৰীয়াৰে মনোমালিন্য ঘটাত আৰু স্কুলৰ অৱস্থা বেয়াৰ ফাললৈ ঢাল লোৱাত বৰুৱাদেৱৰ বিশেষ যত্নত স্কুলখন "এইডেড্" হয় আৰু ১৯১৪ চনৰ পৰা চৰকাৰী হয়।

ওকালতিৰ বাহিৰে তেখেতে হাত দিয়া কামৰ ভিতৰত আছিল জ্যোতিষ শাস্ত্ৰৰ চৰ্চ্চা কৰা আৰু জন্ম-পত্ৰিকা লিখা, ৰোগীৰ চিকিৎসা কৰা আৰু ধৰ্ম্মৰ আলোচনা কৰা। তেখেতৰ ঘৰত আলমাৰি ভৰি হোমিওপেথিক ঔষধ আছিল। ৰাতিপুৱাৰ পৰা কাছাৰিলৈ যোৱাৰ পৰলৈকে তেখেতৰ চৰাত মোকৰ্দ্দমা কৰিবলৈ অহা মানুহ, ঔষধ নিবলৈ অহা মানুহ আৰু জ্যোতিষ বিষয়ক উপদেশ লবলৈ অহা মানুহে ভৰি থাকে। অৱশ্যে ওকালতি ব্যৱসায়ৰ বাহিৰা কামত একো বানচ দিব নালাগে। আৱশ্যক হলে তেখেতে ৰোগীক ঘৰত চাই আহিছিলগৈ। দেওবাৰে আবেলি মহাপুৰুষীয়া ধৰ্ম্মৰ আলোচনা চলে। তেখেতে প্ৰতিষ্ঠা কৰা নাম ঘৰত এতিয়াও গোলাঘটীয়া ৰাইজ গোট খায়।

"পূৰ্ব্ববঙ্গ আৰু অসম" প্ৰদেশ ভাঙি, অসম চিফ কমিছনাৰৰ তলতীয়া প্ৰদেশ হোৱাত লোকেল বোৰ্ড সমূহৰ পৰা

তেখেত অসম কাউন্সিলৰ সদস্য নিৰ্ব্বাচিত হয়। তেখেতৰ প্ৰতিদ্বন্দী আছিল চাহ খেতিয়ক মিষ্টাৰ প্লেফেয়াৰ। সেই সময়ত ভাৰতীয় কাউন্সিললৈ প্ৰাদেশিক কাউন্সিল সমূহে প্ৰতিনিধি পঠাইছিল। ১৯১৩ চনত তেখেতে দেৱ মাণিক চন্দ্ৰ বৰুৱা আৰু দেৱ কামিনী কুমাৰ চন্দক ঘটুৱাই ভাৰতীয় কাউন্সি-লৰ সভ্য নিৰ্ব্বাচিত হয়। ভাৰতীয় কাউন্সিলত তেখেতে বহুত আলোচনাত যোগ দিছিল। ১৯১৫ চনৰ জানুৱাৰী মাহত বৰ লাট বাহাদুৰে বৰুৱাদেৱক ৰায় বাহাদুৰ উপাধিৰে ভূষিত কৰে।

১৯১৬ চনৰ নিৰ্ব্বাচনতো বৰুৱাদেৱ অসম কাউন্সিলৰ সদস্য নিৰ্ব্বাচিত হয়। এইবাৰো তেখেতে ভাৰতীয় সভালৈ যাবলৈ চেষ্টা কৰে, কিন্তু দেৱ কামিনী কুমাৰ চন্দৰ লগত প্ৰতিদ্বন্দিতাত সফল হব নোৱাৰিলে। এইটো কিন্তু শাপত বৰ হল। এই কাউন্সিলত বৰুৱাদেৱে কেনে দক্ষতাৰে আলোচনাত যোগ দিছিল আৰু তাত কি কাম কৰিব পাৰিছিল কাউন্সিলৰ ৰিপোৰ্ট পঢ়া সকলে জানে। তেখেতৰ গুণ স্বীকাৰ কৰিয়েই, ১৯১৯ চনত কৰ্ণেল গৰ্ডনে কামৰ পৰা অৱসৰ ললত, তেখেতৰ ঠাইত চাৰ নিকলাচ বিটচন বেল, চিফ কমিছনাৰ চাহাবে বৰুৱাদেৱক অসম কাউন্সিলৰ ভাইচ প্ৰেচিডেণ্ট পাতে। ভাৰতৰ অন্য কোনো প্ৰাদেশিক কাউন্সিলত ভাৰতীয়ই এনে সন্মান পূৰ্ব্বে পোৱা নাছিল।

১৯১৬ চনৰ পৰা বৰুৱাদেৱে বহুত চৰকাৰী কামত যোগ দিব লগীয়া হৈছিল। তাৰ ভিতৰত বিশেষ উল্লেখযোগ্য

হৈছে চৰকাৰী চাকৰীয়া বাচনি কমিটিৰ সভ্যৰ বাব। তেখেতক আৰু ছিলেটৰ দেৱান বাহাদুৰ আব্দুল মজিদক ( পাছত শিক্ষা বিভাগৰ মন্ত্ৰী হয় আৰু চি-আই-ই খিতাপ পায় ) লোকেল বোৰ্ড দুখনৰ চেয়াৰমেন পাতিবৰ মনেৰে চিফ কমি-চনাৰ চাহাবে গোলাঘাট আৰু উত্তৰ ছিলেটৰ লোকেল বোৰ্ডক বে-চৰকাৰী চেয়াৰমেন মনোনীত কৰিবৰ ক্ষমতা দিব খোজে। কিন্তু নিজৰ দেশৰ মানুহ ডাঙৰ হব এই কথা অসম দেশৰ কেইজনমান মানুহে সহিব নোৱাৰিলে। দুয়োখন বোৰ্ডে এই প্ৰস্তাৱত মান্তি নহল।

১৯১৪ চনৰ পৰা বৰুৱাদেৱৰ গাত "আসাম এচোচিয়ে-চন"ৰ সম্পাদকৰ ভাৰ পৰে। কাউন্সিল আৰু আন চৰকাৰী আৰু ৰাজহুৱা কামত গোলাঘাটৰ পৰা বহুত দিনলৈ আঁতৰি থাকিব লগীয়া হোৱাত ওকালতি ব্যৱসায়ৰ পৰা তেখেতৰ উপাৰ্জ্জন কমি আহে। এনে কি সংসাৰৰ খৰচ যোগোৱাও কষ্টসাধ্য হয়। তথাপি ৰাতিপুৱা গধূলি বৰুৱাদেৱে এচোচিয়ে-চনৰ কামত লাগিছিল। তেখেত সম্পাদক থকা কালত অসম এচোচিয়েচনে মূৰ দাঙি উঠিছিল, বাইজৰ বহুত কাম হৈছিল। বৰুৱাদেৱে মন্ত্ৰীৰ বাব নোলোৱালৈকে এচোচিয়েচনৰ সম্পাদকত্ব তেখেতৰ গাতে আছিল।

১৯২১ চনৰ পৰা ''ৰিফৰ্মড্ কাউন্সিল''ৰ সৃষ্টি হয়। তাৰ আগতে সেই বিষয়ক পৰ্য্যালোচনাৰ অৰ্থে দুখন ৰাজকীয় কমিটী বহিছিল—এখন ''মণ্টেগু-চেমচ্‌ফোৰ্ড প্ৰস্তাৱনা কমিটী''

আৰু ইখন "চাউথ বোৰো কমিটী।" প্ৰথম খনত অসমীয়া সদস্য আছিল, (১) দের ঘনশ্যাম বৰুৱা, (২) দের গঙ্গাগোবিন্দ ফুকন, (৩) ৰায় চাহাব (পাছত ৰায় বাহাদুৰ) পদ্মনাথ গোহাঞি বৰুৱা, (৪) মিষ্টাৰ তৰুণ ৰাম ফুকন, (৫) শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা (৬) দের নবীনচন্দ্ৰ বৰদলৈ আৰু (৭) শ্ৰীযুত প্ৰসন্ন কুমাৰ বৰুৱা। এই ডেপুটেচনত দের ঘনশ্যাম বৰুৱাই অভিনন্দন পাঠকৰ বাব পাইছিল। দ্বিতীয়খন কমিটীত অসমীয়া সাক্ষ্য দিওঁতা সদস্য আছিল (১) অসম এচোচিয়েচনৰ প্ৰতিনিধি স্বৰূপে দের ঘনশ্যাম বৰুৱা, (২) আহোম এচোচিয়েচনৰ প্ৰতিনিধি স্বৰূপে ৰায় চাহাব (পাছত ৰায় বাহাদুৰ) পদ্মনাথ গোহাঞি বৰুৱা, (৩) জমিদাৰ সকলৰ প্ৰতিনিধি স্বৰূপে ৰজা বাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱা, (৪) মুছলমান সমূহৰ প্ৰতিনিধি স্বৰূপে মৌলবী সৈয়দ (পাছত চাৰ) মহম্মদ চাদুল্লা। এই কমিটীত দের ঘনশ্যাম বৰুৱা সংযোগী সদস্যও আছিল।

"ৰিফৰ্মড্ কাউন্সিলৰ" ৰাচনিত বিনা প্ৰতিদ্বন্দিতাৰে উঠাত, চাৰ নিকলাচ বিটচন বেল গৱৰ্ণৰ বাহাদুৰে বৰুৱাদেৱক মন্ত্ৰীৰ পদ দিয়ে। তেখেতে স্বায়ত্ব শাসন আৰু ডাক্তৰী বিভাগৰ ভাৰ লৈ বৰ সুখ্যাতিৰে কাম চলায়। তেখেতৰ যত্নতে বৰ্ত্তমান মিউনিচিপেল বিল প্ৰণয়ন হয়। কিন্তু দুৰ্ভাগ্যৰ বিষয় কাউন্সিলত বিল শেষবাৰ পেচ কৰোতে তেখেত অন্তিম শয্যাত পৰি আছিল। তাৰ কিছু দিনৰ পাছতে ১৯২৩ চনৰ ২৬ মাৰ্চ্চ তাৰিখে অশোকাষ্টমী তিথিত অসমৰ ৰাজধানী চিলঙত বৰুৱাদেৱ স্বৰ্গী হয়।

বৰুৱাদেৱে দুবছৰকাল মন্ত্ৰীৰ কাম কেনে সুদক্ষতাৰে চলাইছিল তাৰ প্ৰমাণ স্বৰূপে ইমানকে কলে যথেষ্ট হব যে, সদৌ শেহৰ ৰোগত শয্যাগত অৱস্থাত থাকোতে দেৱ আব্দুল মজিদ চি-আই-ই চাহাব বিলাতলৈ যাবৰ কাৰণে ছমাহৰ ছুটি লব খোজাত চাৰ হেনৰী কাৰ গৱৰ্ণৰ বাহাদুৰে বৰুৱাদেৱক "একজিকিউটিভ কাউঞ্চিলাৰ"ৰ পদ যাচে আৰু তেখেতে সেই পদ লবলৈ মান্তি হয়। এই বিষয়ক লিখা-লিখিৰ কাকত পত্ৰ বৰুৱাদেৱৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমান মহেন্দ্ৰনাথ বৰুৱাদেৱৰ হাতত এতিয়াও আছে। কিন্তু নতুন কৰ্ম্মভাৰ লোৱাৰ পূৰ্ব্বেই কালৰ কৰাল হাত বৰুৱাদেৱৰ গাত পৰে।

জাতীয় জীৱনৰ আৱশ্যকীয় সকলো কামতে দেৱ ঘনশ্যাম বৰুৱাই হাত দিছিল। বৰ্ত্তমান কালত তেখেতৰ দৰে সৰ্ব্বমুখী প্ৰতিভাৰ পুৰুষ অসম জননীয়ে জন্ম দিয়া নাই বুলি কলে অত্যুক্তি কৰা নহয়।

"ভ্ৰম-ৰঙ্গ" লিখকসকলৰ ভিতৰত কালৰ হাত পৰা তৃতীয় পুৰুষ জন হৈছে দেৱ ৰমাকান্ত বৰকাকতী। এখেতৰ জন্ম হয় শিৱসাগৰ মহকুমাৰ চাৰিং মৌজাৰ দুৱৰা-কাকতী গাৱঁত। ১৮৬০ চনৰ ডিচেম্বৰ মাহত এখেতৰ জন্ম হয়। নিজ গাৱঁতে ককাকে স্থাপিত কৰা পাঠশালাত ৮ বছৰ বয়সলৈকে পঢ়ি বৰকাকতীদেৱে শিৱসাগৰ হাইস্কুলত কাম কৰা দদায়েকৰ লগত থাকি বঙলা স্কুলত ৩।৪ বছৰ পঢ়ে। সেই স্কুলৰ শেষ পৰীক্ষা দিয়াৰ পূৰ্ব্বেই তেখেতক নি

হাইস্কুলত পঢ়িবলৈ লগোৱা হয়। শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ তেখেতে বিষ্ণুগ্ৰাম ৰাজবৃত্তি আৰু চৰকাৰৰ পৰা ২০৲ টকীয়া জল-পানী লৈ কলিকতাত পঢ়িবলৈ যায়। কলিকতাৰ কলেজত পঢ়ি দুবছৰৰ পাছত এফ-এ আৰু তাৰ দুবছৰৰ পাছত বি-এ পৰীক্ষা পাচ কৰে। বি-এ পাছ কৰাৰ পাছত কলিকতা হাইকোৰ্টৰ অসমীয়া অনুবাদকৰ প্ৰতিযোগিতা পৰীক্ষাত ২৫২ জন পৰীক্ষাৰ্থীৰ ভিতৰত সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰাত তেখে-তক হাইকোৰ্টে ১২০৲টকা মাহিলি দৰমহাত অসমীয়া অনুবাদকৰ কামত মকৰল কৰিলে। তেতিয়াৰে পৰা তেখেত কলিকতাৰ বাসিন্দা হল। সেই বছৰতে তেখেতে বি, এল পৰীক্ষা পাছ কৰে। তেখেতে ৩০ বছৰ কাম কৰি কামৰ পৰা অৱসৰ লৈ যোৰহাটত বসতি কৰেহি। অৱসৰ লবৰ বছৰত আগতে তেখেত হাইকোৰ্টৰ প্ৰধান অনুবাদকৰ কামলৈ উধায়। ১৯৩৫ চনৰ কংগ্ৰেচ জুবিলিৰ দিনা (২৮ ডিচেম্বৰ তাৰিখে) তেখেত যোৰহাটত স্বৰ্গী হয়।

কলিকতাত থকা বাবে তেখেতে লৰা-ছোৱালীক উচ্চ শিক্ষা দিবৰ বিশেষ সুবিধা পাইছিল। তেখেতৰ তিনি গৰাকী কন্যাই বৰ উচ্চ শিক্ষা পাইছে।

"ভ্ৰম-ৰঙ্গ" লিখোতা চাৰিজনৰ ভিতৰত সদৌ শেষত স্বৰ্গী হয় দেৱ গুঞ্জানন বৰুৱা। ১৮৬০ চনৰ ডিচেম্বৰ মাহত (১৭৮২ শক ৮ কাতি) শিৱসাগৰত এখেতৰ জন্ম হয়। শিৱ-

সাগৰ হাইস্কুলৰ পৰা ১৮৮২-৮৩ চনত এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হৈ এখেত কলিকতাত পঢ়িবলৈ যায়। প্ৰথম ছমাহ কেঁঠেড্ৰেল মিছন কলেজত পঢ়াৰ পাছত সেই কলেজ উঠি যোৱাত জেনে- ৰেল এচেম্ব্লিত (বৰ্ত্তমান স্কটিচ্ চাৰ্চ্চ্ কলেজ) পঢ়েগৈ। সেই সময়ত বিলাতত পঢ়িবলৈ যাবৰ নিমিত্তে মাহিলি দুশ টকীয়া বৃত্তি এটাৰ নিমিত্তে প্ৰতিযোগিতা পৰীক্ষা হয়; বেজবৰুৱাদেৱে সেই পৰীক্ষা দিবলৈ অহোপুৰুষাৰ্থ কৰি পঢ়োতে তেখেতৰ স্বাস্থ্য ভঙ্গ হয়। কেইজনমান অসমীয়া ভদ্ৰলোকৰ উপদেশত এই চেষ্টাৰ পৰা বিৰত হৈ তেখেতে চেণ্ট্ জেভি- য়াৰচ্ কলেজত দ্বিতীয় বাৰ্ষিক শ্ৰেণীত নাম লগায়। তেখেতৰ ঘৰৰ অৱস্থা টনকিয়াল নথকা বাবে কলেজত বিনা মাছুলে পঢ়িবলৈ পাইছিল। বেজবৰুৱাদেৱে ১৮৮৫ চনত এফ-এৰ মহলাত উঠি ১৮৮৭ চনত বি-এ পৰীক্ষা পাছ কৰে। এনেতে চৰকাৰে তেখেতক চব-ডেপুটি কলেক্টৰৰ পদ যাচে, কিন্তু তেখেতে সেই কাম নলৈ বি-এল পঢ়িবলৈ কলিকতালৈ আকৌ·গল। ১৮৮৯ চনত তেখেতে বি-এল পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱসাগৰত ওকালতি ব্যৱসায়ত লাগে। পাছতো চৰকাৰে এখেতক একষ্ট্ৰা এচিষ্টেণ্ট কমিছনাৰৰ পদ দিব খুজিছিল, কিন্তু তেখেতে নিজৰ স্বাধীনতা ৰক্ষা কৰিবলৈ সেই বাবলৈকো মন নেমেলিলে।

কলিকতাত "আচামিজ ষ্টুডেণ্টচ্ লিটাৰেৰি ক্লব"ৰ প্ৰতিষ্ঠাতা সকলৰ ভিতৰত বেজবৰুৱাদেৱ অন্যতম। ছাত্ৰ জীৱনত

"জোনাকী"ত প্ৰবন্ধ লিখাৰ উপৰি ব্যৱসায় জীৱনত মহাকবি চেক্সপিয়েৰৰ Merchant of Venice ৰ অসমীয়া ভাঙনি লিখিছিল। অসমীয়া কিতাপৰ সাধাৰণতে যেনে অৱস্থা হয় এই খনৰো সেই অৱস্থাই হল। ইহাত সিহাত হওঁতে কিতাপ-খন হাতে লিখা অৱস্থাতে হেৰাল। তেখেতে শ্ৰীমদ্ভাগৱত্ গীতাৰ ভাষ্য এখনো লিখনৈলে আৰম্ভ কৰিছিল, কিন্তু সেই কাম সমাপ্ত কৰি যাব নোৱাৰিলে।

ওকালতি ব্যৱসায়ত তেখেত সম্পূর্ণ নির্ভীক আছিল। বুঢ়া বয়সত তেখেতে ওকালতি কৰিবলৈ এৰে। তেখেত ১৯৩৬ চনৰ এপ্ৰিল মাহত শিৱসাগৰ নগৰত স্বৰ্গী হয়।

কিতাপখন পূৰ্ব্বে যেনে মতে ছপা হৈছিল আদিৰ পৰা অন্তলৈকে সেই দৰেই ছপাবৰ চেষ্টা কৰা হৈছে আৰু ছাপা-খানাৰ অনুগ্ৰহত য'ত অলপ লৰচৰ হৈছে সেইবিলাকৰ এখন তালিকা দিয়া হৈছে। কিন্তু দেশৰ বৰ্ত্তমান অৱস্থালৈ চাই ৬, ৭ আৰু ৯৭ পৃষ্ঠাত মোটতে তিনটা শব্দ সলাই দিব লগীয়া হল। ইচ্ছা কৰি বঢ়োৱা হৈছে মাত্ৰ লিখকসকলৰ ফটো একোখন আৰু এই নিবেদন খনি।

দেৱ ৰত্নধৰ বৰুৱাৰ পুত্ৰ শ্ৰীযুত হংসধৰ বৰুৱাৰ পৰা "ভ্ৰম-ৰঙ্গ"ৰ নাটক ছোৱা আৰু শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ পৰা বাকী অংশ নোপোৱা হলে এই পুৰণা নাটকখনি পুনৰ মুদ্ৰিত কৰিব পৰা নহলহেতেন।

শ্ৰদ্ধাস্পদ ৰায় বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, সাহিত্যিক পেঞ্চনাৰৰ পৰা এই নিবেদন লিখাৰ নিমিত্তে কিছু সঁজুলি পাই এই নিবেদনতে তেখেতৰ গুণ স্বীকাৰ কৰিলোঁ। ইতি—

গুৱাহাটী,

২৯ কাতি, ১৮৫৯ শকাব্দ। শ্ৰীহৰিপ্ৰসাদ বৰুৱা।

# শুধৰণী।

কিতাপৰ নাটক ছোৱা ছপা কৰোতে মুদ্ৰাযন্ত্ৰৰ গৰাকী-সকলে আহি কাকত চাইছিল। তেওঁলোকে এঠাইত এশাৰী কথা বাদ দি গল আৰু কোনো কোনো ঠাইত বৰ্ণবিন্যাস আৰু কুট চিনৰ ৰূপান্তৰ ঘটালে। সেইবিলাকৰ তালিকা তলত দিয়া হল।

**বাদ পৰিছেঃ—** দ্বিতীয় পৃষ্ঠাৰ ১৩শ আৰু ১৪শ শাৰীৰ মাজত "ৰাজ ভঁড়াললৈ যাব। সম্প্ৰতি তোমাৰ আটাইখিনি বয় বস্তু" সোমাব।

**ৰূপান্তৰ ঘটিছেঃ—**

| পৃষ্ঠা | শাৰী | ছপা হৈছে | মূল কিতাপত আছিল। |
|---|---|---|---|
| ১ম | ৩য় | কৰোতা | কৰেঁাতা |
| ২য় | ১ম | নিৰপৰাধ | নিৰপৰাধী |
| ৩য় | ৬ষ্ঠ | ওপজো | ওপজেঁা |
| ৪র্থ | ৩য় | তেও | তেওঁ |
| ৯ম | ৫য় | স্বৰ্ণদেৱৰ | স্বৰ্গদেৱৰ |
| ১২শ | ১৬শ | চেচঁা | চেঁচা |
| ১৩শ | ২য় | এসাজি | এসাজী |
| | ১৪শ | "আহিলি"ৰ পাছত "?" হব। | |
| | ১৭শ | লৰালৰিকৈ | লড়ালড়িকৈ |

| পৃষ্ঠা | শাৰী | ছপা হৈছে | মূল কিতাপত আছিল। |
|---|---|---|---|
| ১৪শ | ৭ম | পৰক | পড়ক |
| | ২০ম | নপৰে | নপড়ে |
| ২০ম | ২য় | ভিনীহিদেৰো | ভিনিহীদেৰো |
| ২৮ম | ৯ম | কৰিছে | কৰিছেঁ |
| ৩০ম | ৬ষ্ঠ | ৰঘূমলা | ৰঘুমলা |
| | ১৫।১৬।১৮শ | ! | ? |
| ৩১ম | ৬ষ্ঠ | হাঁহিছে | হাহিছেঁ |
| ৩৪ম | ১৮শ | দেও | দেওঁ |
| ৩৮ম | ৬ষ্ঠ | মলতী | মালতী |
| ৫৪ম | ২০ম | হলো | হলোঁ |
| ৫৬ম | ২য় | থাকো | থাকোঁ |
| ৫৮ম | ১২শ | বেকামুৰা | বেঁকামুৰাঁ |
| ৬০ম | ১৬শ | দেৱলীয়া | দেৱলিয়া |
| ৬০ম | ১৬শ | কুটা | কূটা |
| ৬৬ম | ২য় | হৈছো | হৈছোঁ |
| | ৩য় | কইছো | কইছোঁ |
| ৬৭ম | ১৬শ | নাপালো | নাপালোঁ |
| ৭২ম | ১৮শ | পাষশু | পাষণ্ড |
| ৭৫ম | ১৩শ | সেইটো মই | সেইটো |
| ৭৬ম | ১৩শ | বৰ্ত্তো | বৰ্ত্তোঁ |
| ৭৭ম | ৩য় | উঠোগৈ | উঠোঁগৈ |

| পৃষ্ঠা | শাৰী | ছপা হৈছে | মূল কিতাপত আছিল। |
|---|---|---|---|
| ৮০ম | ১৪শ | আনৰাম-এঃ! তেওঁ | অনিৰাম-এঃ! তেও |
| ৮১ম | ২য় | পাৰা | পাৰাঁ |
| | ৭ম | নকৰিলোঁ | নকৰিছিলোঁ |
| ৮৫ম | ১৬শ | পাতিলোঁ | পাতিলো |
| ৮৬ম | ১২শ | উলিয়াই | উলিওৱাই |
| ৯০ম | ১৫শ | নকৰ | নকৰি |
| ৯১ম | ৯ম | এন্ধাৰ-মুধা | এন্ধাৰ-মুধাৰ |

আগত দিয়া সর্লানি শব্দৰ কেতবিলাক যে পূৰ্ব্বে মুদ্ৰা-যন্ত্ৰই কৰা ভুল সেইটো নিঃসন্দেহে ধৰিব লব পাৰি। ৯২ম পৃষ্ঠাৰ ১০ম শাৰীৰ "ইহাৰ" মূল পুথিৰ ভুল।

---

# ভ্ৰম-ৰঙ্গ ।

চেক্সপিয়েৰৰ কমিডি অব্ এৰৰ্চৰ পৰা
জনচেৰেক অসমীয়াৰ দ্বাৰা
অসমীয়া ভাষালৈ ভাঙ্গনি ।

---

# BHRAMA RANGA

A

**Translation,**

**of**

**Shakespear's 'Comedy of Errors'**

INTO

ASSAMESE

BY

SOME ASSAMESE.

---

কলিকতা ।

শক ১৮১০ ।

বেচ ।৵০ ছয় অনা মাথোন । পঠোৱা খৰচ ছুই পয়চা ।

# পাতনি।

এই খনি পুথি ইংলণ্ডীয় মহাকবি চেক্সপিয়েৰৰ "কমিডি অব্ এৰৰ্চৰ" অসমীয়া ভাষালৈ ভাঙনি। ইয়াত অনেক দোষ আছে; পাঠকে নিজগুণে সেইবিলাক মৰ্ষিব যেন, এই আমাৰ প্ৰাৰ্থনা। চেক্সপিয়েৰৰ নাটক এখন অসমীয়ালৈ ভঙাত অনেক অসুবিধা। প্ৰথম চেক্সপিয়েৰৰ ভাব আৰু ভাষা এনে কঠিন যে বিদেশী মানুহে নালাগে ইংৰাজ পণ্ডিত সকলেই সেই বিলাকৰ অৰ্থ থিৰ কৰিব পৰা নাই। তদুপৰি নাটক ইংৰাজী, ভাব ইংৰাজী, আচাৰ-ব্যৱহাৰ ইংৰাজী, তাৰ সকলোবিলাক অসমীয়া ভাষাত সুমুৱাব পৰাটো উজু কথা নহয়; বাধ্য হৈ কিছুমান এৰি দিব লগাত পৰে। যিমান পাৰি কবিৰ ভাব ৰাখিবৰ চেষ্টা কৰাত আমি অলপো ত্ৰুটি কৰা নাই। নোৱাৰাত হে মাজে মাজে অলপ অচৰপ এৰা পৰিছে। য'ত এৰিব লগা হৈছে ত'ত আমি * * এনেকুৱা কুট দি দেখুৱাইছোঁ। কোনো কোনো ঠাইত আমাৰ দেশৰ আচাৰ-ব্যৱহাৰেৰে মিলাবৰ নিমিত্তে কবিৰ মূল ভাবৰো পৰিবৰ্ত্তন কৰা হৈছে। কিন্তু কবিৰ কবিত্ব যাতে নষ্ট নোহোৱাকৈ থাকে, তালৈ বিশেষকৈ চকু নিদি কৰা নাই। তথাপি আমি হাত দিয়াত মহাকবিৰ কবিত্ব ঠায়ে ঠায়ে নষ্ট হোৱা নাই, এনে বুলিব নোৱাৰোঁ; গুণগ্ৰাহী পাঠকসকলে দোষ এৰি গুণলৈ অধিককৈ চাই আমাক উৎসাহ দিয়ে, এয়ে আমাৰ আশা; আৰু সেই

আশাতে ভৰ দি হে পুথিখন প্ৰকাশ কৰিবলৈ আগবাঢ়িছোঁ-ইক। ছপাৰ দোষো ঠায়ে ঠায়ে অনেক আছে, সেইবিলাকৰ কথা কোনোৱে লেখকসকলক জানিবলৈ দিলে তেওঁবিলাকে উপকাৰ মানি তেওঁৰ শলাগ লব। আৰু এই পুথি আকৌ ছপাবৰ সময়ত সেইবিলাক শুধৰালৈ যতন কৰিব। পুথিখনি মূৰত পঢ়োতে কিছু বেয়া লাগিব পাৰে, কিন্তু পাঠকে তাতে নিৰাশ নহৈ ভিতৰ সোমাই মানে ভাল পাই যাব। অন্তত চাইটি গীতো দিয়া হৈছে; গীত কেইটি আমাৰ নিজৰ নহয়, আৰু মূল পুথিতো নাই, জনদিয়েক বন্ধুৱে অনুগ্ৰহ কৰি ৰচি দিছে। তেওঁবিলাকৰ পৰিশ্ৰমৰ বাবে আমি অন্তৰেৰে সৈতে শলাগ লৈছোঁ।

আৰু শেহত আমি মনৰ প্ৰীতিৰে সৈতে আমাৰ সুযোগ্য লগৰীয়া বন্ধু শ্ৰীযুক্ত শিৱৰাম শৰ্ম্মা বৰদলৈ বি-এ, আৰু শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱাৰ শলাগ নলৈ থাকিব নোৱাৰোঁ। তেওঁবিলাক দুয়ো এই পুথি আদিৰ পৰা অন্তলৈকে চাই আমাক অনেক উপদেশ আৰু ইঙ্গিত দি সহায় কৰিছে। বিশেষকৈ এই কামত শ্ৰীযুক্ত বেজবৰুৱাৰ উৎসাহ, যত্ন আৰু কাৰ্য্য-দক্ষতা নোহোৱা হলে এই পুথিখনি ইমান সোনকালে ছপা হৈ নোলালহেতেন।

লেখক—
শ্ৰীবসুধৰ বৰুৱা।
শ্ৰীৰমাকান্ত বড় কাকতি।
শ্ৰীগুঞ্জানন বৰুৱা।
শ্ৰীঘনশ্যাম বৰুৱা।

## নাটত লেখা পুৰুষবিলাক।

| | | |
|---|---|---|
| অজিৎসিংহ | ... ... | মায়াপুৰৰ ৰজা। |
| ধনবৰ | .... ... | এজন কাম পুৰীয়া সাউদ। |
| নিৰঞ্জন (মায়া পুৰীয়া)<br>নিৰঞ্জন (কাম পুৰীয়া) | ... | ধনবৰৰ যঁজাপুতেক। |
| কলিমন (মায়া পুৰীয়া)<br>কলিমন (কাম পুৰীয়া) | ... | যঁজাভাই আৰু দুই নিৰঞ্জনৰ লগুৱা। |
| সোণেশ্বৰ | .. ... | এটা সোণাৰি। |
| লাহমন<br>অনিৰাম | .... ... | মুদৈ। |
| টকৰু | .... ... | এটা বেজ। |

কামপুৰীয়া নিৰঞ্জনৰ মুদৈ বন্ধু, মন্ত্ৰী, কোটোৱাল, বন্দীপাল, বিষয়া, চোৰাংচোৱা ইত্যাদি।

## তিৰোতা বিলাক।

| | | |
|---|---|---|
| স্নমথিৰা | ... ... | ধনবৰৰ ঘৈণীয়েক, তাপসী। |
| মালতী | ... ... | মায়া পুৰীয়া নিৰঞ্জনৰ ঘৈণীয়েক। |
| তৰা | ... ... | মালতীৰ ভনীয়েক। |
| সোণপাহী | ... ... | এজনী বেশ্যা। |

পট মায়াপুৰ।

# ভ্ৰম-ৰঙ্গ।



## প্ৰথম অঙ্ক।



### প্ৰথম-দৰ্শন।

**ৰজাৰ ৰৰচৰা।**

ৰজা, ধনবৰ, কোটোৱাল, বিষয়া, আৰু বন্দীপাল
আদিৰ প্ৰবেশ।

**ধনবৰ**—স্বৰ্গদেও! সোনকালে মোৰ প্ৰাণবধৰ ব্যৱস্থা কৰক; যমেই মোৰ দুখ-যন্ত্ৰণাৰ অন্ত নকৰিলে আৰু আনে কৰোতা নাই।

**ৰজা**—শুনা কাম পুৰীয়া সাউদ, তুমি আৰু সৰহ কথা নকবা। আমি স্বদেশৰ বিধি লঙ্ঘন কৰি পক্ষপাত আচৰিব

নোৱাৰোঁ! কামপুৰীয়া ৰজাই এই মায়াপুৰৰ নিৰপৰাধ মুদৈবিলাকক যেনে যন্ত্ৰণা দিলে, আন কি ধন দিব নোৱাৰাত সিহঁতক শালত দিলে, সেই কথালৈ মনত পড়িলে আমাৰ মনত কাম-পুৰীয়া মানুহলৈ লেশ মাত্ৰ দয়ায়ো ঠাই নাপাই। তোমাৰ আৰু আমাৰ দেশৰ প্ৰজাৰ ভিতৰত এই কন্দল হবৰে পৰা উভয় দেশতে দৃঢ়ৰূপে বিধি-বদ্ধ কৰা হইছে যে শত্ৰু-পক্ষৰ কোনো নগৰতে আমাৰ কোনো মানুহে বেহা-বেপাৰ কৰিবলৈ নাযাব। আৰু শত্ৰু-পক্ষৰ মানুহো আমাৰ ৰাজ্যলৈ নাহিব। অকল সেয়েই নহয়— যদি কোনো কামপুৰীয়া মুদৈয়ে মায়াপুৰৰ কোনো হাট-বজাৰত অকস্মাৎ ভৰি দিয়ে বা সাগৰৰ দাঁতিৰ নাও-বন্ধা ঘাটলৈ সোমায় তেন্তে এহেজাৰ টকা দিব নোৱাৰিলে তেওঁৰ প্ৰাণদণ্ড হব, আৰু তেওঁৰ বস্ত্ৰ-বস্তু বেচিলেও কথমপি এশটকিমান ৰূপ পোৱাও টান। গতিকে বিধি-অনুসৰি তোমাৰ প্ৰাণদণ্ডই স্থিৰ হল।

**ধনবৰ**—মহাৰাজ! হওক, সিও মোৰ পক্ষে শুভ বাৰ্ত্তা, কিয়নো, মহাৰাজৰ কথাৰ ওৰ পড়িলেই মোৰ দুখৰো ওৰ পড়ে। দিনৰ শেহত বেলি মাৰ যোৱাদি মহাৰাজৰ কথাৰ শেহত মোৰ দুখো অন্ত হব।

**ৰজা**—কামপুৰীয়া-বুঢ়া-সাউদ, বাৰু কোৱাচোন তুমি নো কিয় তোমাৰ ওপজা ঠাই এড়ি এই ৰাজ্যলৈ আহিছিলা?

ধনবৰ স্বৰ্গদেও! মোৰ পক্ষে মোৰ নিজৰ অসহ্য দুখৰ কাহিনি কোৱাতকৈ আৰু একো টান শাস্তি নাই। তেও, স্বৰ্গদেও, আগলৈকে এই সংসাৰত কথা ৰব, আৰু দহ-চাৰিয়েও জানিব যে মই কোনো গৰ্হিত অপৰাধ কৰি প্ৰাণ হেৰুৱা নাই। কেৱল মাথোন লৰা-তিৰোতাৰ মৰমেইহে মোৰ কাল হল। মই কাম-পুৰত ওপজো, তাতে ডাঙৰ-দীঘল হওঁ, পাছে তাতে মোৰ গৃহবাসো হয়। মই যাৰে সৈতে সম্বন্ধ কৰিলোঁ। কিজানি তেওঁ মোৰ নিচিনা দুৰ্ভগীয়ালৈ নপড়া হলেই সুখে থাকিব পাৰিলে হেতেন। বিধিৰ বিপাক নোহোৱা হলে কি জানি তেওঁৰ মোৰ পৰাও সুখ হল হেতেন। বিয়া কৰি কিছুকাল আমি বৰ সুখেৰেই আছিলোঁহঁক। মুদৈ-নগৰৰ অঞ্চলত মই কেবাবাৰো বেহা-বেপাৰ কৰি অলপ-অচৰপ ধন-সম্পত্তিও কৰিছিলোঁ, কিন্তু কি হব দুখীয়াৰ দুখ কতো নুগুচে, মই যাৰে সৈতে ভাগী হৈ বেহা-বেপাৰ কৰিছিলোঁ। তেওঁৰ অকস্মাৎ মৃত্যু হোৱাত যৰে বস্তু তেতে পড়ি থাকিল। মই একো উপায় নাপাই—বস্তু-বাহানি বিলাকৰ দিহা লগাবৰ নিমিত্তে সকলো কথা কাতিকৈ থৈ ঘৰ-দুৱাৰ এড়ি মুদৈনগৰলৈ যাব লগাত পড়িলোঁ। কিন্তু মই সেই খিনি পাবৰ কথমপি ছমাহ হল কি নহল আমাৰ ঘৰৰ-ঘৈণী জনাৰ গাত উখল-মাখল লাগিল। তিৰোতাৰ সুখতো দুখ নুগুছে—আন একো

নহলে তপত ভাতৰ ধোঁৱায়েই খায়। মোৰ পাছতে দিন চেৰেকৰ মূৰত বাটত একো বিঘিনি নোহোৱাকৈ মোৰ গুৰি ওলালগৈ। তাত অলপ দিন থাকিয়েই তেওঁ দুটী যঁজা লৰা প্ৰসৱ কৰিলে। গঢ়ে-পিটে আকৃতিয়ে প্ৰকৃতিয়ে লৰা দুটী ইমান একে হল যে ইটোৰ পৰা সিটো চিনাই টান হল। দুইৰো নামো একে ৰখা হল। কিন্তু কি আচৰিত কথা সেই দিনাই, সেই ক্ষেণতে, সেই গাঁৱতে এজনি দুখুনী মানুহৰ তেনে দুটী লৰা হল। সিহঁতৰ মাক-বাপেক বৰ দুখীয়া আছিল। সেই লৰা দুটী মোৰ লৰা দুটীৰ লগতে থাকি আলপইছান ধৰিবৰ নিমিত্তে মই কিনি আনিলোঁ। লৰা দুটী হবৰে পৰা মাকৰ গাত গয় হল। নিতৌ মোক ঘৰলৈ যাবলৈ খাটে। মোৰ ঘৰলৈ যাবলৈ সিমান মন নাছিল। কিন্তু ঘৈণী জনাৰ কথা পেলাব নোৱাৰি তাতে মান্তি হলোঁ। আমাৰ দুৰ্কপালৰ গুণেই বৰ খৰপোছ কৰি যাবলৈ ওলালোঁহঁক। আমি জাহাজত উঠি ঘৰৰ ফাললৈ চাৰি দাঁড় মান বেলিৰ বাট আহিলোঁহঁক। তেতিয়া আকাশ বৰ নিৰ্ম্মল আছিল। জাহাজত বিপদৰ অলপো শঙ্কা নাছিল। কিন্তু আমি আৰু সৰহ বেলি এনে নিৰাপদ অৱস্থাত থাকিব নোৱাৰিলোঁহঁক। লাহে-লাহে গোটেই আকাশ ডাৱৰে ঢাকি পেলালে। দিনতে এন্ধাৰ হল। আমাৰ জীৱনৰ নিমিত্তে বিশেষ শঙ্কা হল। মোৰ জীৱনৰ

প্ৰতি সিমান মায়া নাছিল। কিন্তু মোৰ তিৰোতাক ব্যাকুল দেখি আৰু সৰু কুমলীয়া লৰা দুটাৰ আটাহ শুনি মই থিৰেৰে থাকিব নোৱাৰিলোঁ। মৰণৰ হাত সৰা টান হল—এই কথা ভাবিয়েই মাক বিতত হল। লৰা কেইটাই মাকক কন্দা দেখি-য়েই কান্দিবলৈ ধৰিলে, কিয়নো, ভয় কি বস্তু তেতিয়া· সিহঁত বুজিব পৰা নৌ হয়। আমাৰ সেই অৱস্থাত কন্দাত বাজে আৰু আন একো উপায়ো নাছিল। জাহাজৰ নাৱৰীয়া বিলাকে জাহাজ এৰি সৰু নাৱেৰে বাম উঠিল। আমি আৰু একো উপায় নাপাই জাহাজতে থাকিলোঁ। মাকে বৰ লৰাটো মাস্তুললৈ আনি গোৱা কাঠ এডালতে বান্ধিলে, তাৰ লগতে বৰ লগুৱা লৰাটোও বান্ধিলে,। মইও ই দুটা লৰা সেই দৰেই আন এডাল কাঠত বান্ধিলোঁ। তাৰ পাছত আমি দুয়ো সিহঁতৰ লগতে ককাঁলত বান্ধ দিলোঁ। লৰাকেটাৰ ওপৰতে আমাৰ ধাউতি থাকিল। পাছে সোঁতৰ লগে লগে উটি গৈ আছিলোঁহঁক। আমাৰ গাত দিক-বিদিকৰ একো ভূ নাছিল, অনুমানত আমি লোহিত নগৰৰ ফাললৈ উটি যোৱা যেন লাগিছিল। কিছু বেলিৰ পাছত বদ বেঙালে। বেলিয়ে গা দেখা দিলে। আপদীয়া মেঘ নাই-কিয়া হল। সাগৰেও শান্তমূৰ্ত্তি ধৰিলে। অলপমান বেলি আছোঁ; এনেতে আমাৰ ফাললৈ দুখন জাহাজ অহা দেখিলোঁ। এখন লোহিত নগৰৰ আৰু আনখন দিব্যপুৰৰ পৰা অহা যেন মনে ধৰিলে। কিন্তু এই জাহাজ দুখন আমাৰ

ওচৰ পাওঁ পাওঁ হওঁতেই— স্বৰ্গদেউ! স্বৰ্গদেউ! —মোৰ আৰু কথা নোলাই! তাৰ পাছত কি হল ইয়াৰ পৰাই বুজক—

( কান্দিবলৈ ধৰে )।

**ৰজা**— নহয় কোৱা, কোৱা, তাৰ পাছত?—এধা-কোৱাকৈ নেৰিবা। আমি তোমাক ক্ষমা কৰিব নোৱাৰিলেও পুতৌ কৰিব পাৰো।

**ধনৱ**— (হুমুনিয়াহ পেলাই বৰ বেজাৰেৰে) অস্! স্বৰ্গদেও! দেৱতা সকল সেই ক্ষণতো যদি মোৰ প্ৰতি অলপ মান তুষ্ট হল হেঁতেন তেও মই আজি সিবিলাকক নিষ্ঠুৰ বুলিলোঁ হেতেন। আৰু কুৰী মাইলমান যোৱা হলে সেই দুখন জাহাজ লগ পালোঁহেঁতেন। কিন্তু নৌ পাওঁতেই বাটতে আমাৰ জাহাজখন অকস্মাৎ এটা বৰ ডাঙৰ শিলত পড়ি সোঁমাজতে দুফাল হল। এইদৰে লগ এৰা এৰি হোৱাত আমাৰ হৰ্ষ-বিষাদ সমান হল। আমি কান্দিমেইনে হাহিমেই একো ঠিক নহল। লৰাহঁতৰ মাক থকা ডোখৰ অলপ সৰু হৈ ভাগিল। দুখৰো যদি তেও সেই দৰে সৰু ভাগ পালেহেঁতেন তেও ভাল আছিল, কিন্তু তেনে নহল! ধুমুহাত পৰি ভালেমান আঁতৰ হল। আমাৰ আগতে সিহঁত তিনিউকো লোহিতনগৰৰ মাছমৰা মানুহে তুলি নিয়া যেন দেখিলোঁ। কিছুমান বেলিৰ পাছত আমাকো সেই দৰে আন এখন নাৱৰ মানুহে তুলি নিলে। আৰু আস্ত-ব্যস্ত কৰি আমাক সিহঁতে সুশ্ৰূষাও কৰিলে। এই খন নাৱৰ

বেগ কম গুণে জালোৱাহঁতক একো অপকাৰ নকৰি একেবাৰে ঘৰলৈ পোনালে। স্বৰ্গদেও! এতিয়া শুনিলে মইনো কেনেকৈ সুখৰ পৰা বিড়ম্বিত হলোঁ। মোৰ দুৰ্ভাগ্যৰ নিমিত্তে মোৰ এই ক্লেশ-ভোগী জীৱ নিজৰ দুখৰ কাহিনি কবলৈকে এতিয়াও জীয়াই আছে!

**ৰজা**—আৰু অলপ থিৰ হোৱা। তুমি যাৰ নিমিত্তে কাতৰ হৈছা সিহঁতৰ হকেই কোৱা, সিহঁতৰ আৰু তোমাৰ এতিয়ালৈকে কি কি অৱস্থা হৈছিল আমাক সাৱশেষে জানিব দিয়া।

**ধনবৰ**—মোৰ বৰ মৰমৰ সৰুলৰাটীৰ বয়স যেতিয়া ওঠৰ বছৰ সোমাল, তেতিয়া সি ককায়েকৰ নিমিত্তে বৰ উতাৱল হল। সি মোক নিতৌ লগুৱা লৰাটোয়ে সৈতে ককায়েকক বিচাৰি যাবলৈ খাটে। লগুৱা লৰাটোৰো তাৰ দশাই! তাৰো ককায়েক হেৰাল। যদিও মৰমত মোৰ সৰু লৰাটী পঠাবৰ মন নাছিল তেও বৰটীৰ মৰমতে তাক পঠালোঁ। কোলাৰটি এৰি পেটৰটীলৈ আশা কৰাৰ দৰে হল। পাছত সিহঁতকে বিচাৰিব লগাত পৰিল। এবছৰ নহয় দুবছৰ নহয় পাঁচ বছৰ মই সিহঁতকে বিচাৰি দেশ-দেশান্তৰ ফুৰিলোঁ; অৱশেষত পোৱাৰ অলপো আশা নাথাকিলেও মানুহে বসতি কৰা সকলো ঠাইত বিচাৰিবৰ মনেৰে ঘৰমুৱা হৈ সাগৰৰ দাঁতিয়ে দাঁতিয়ে আহি মায়াপুৰ পালোঁহি। ইমানতে মোৰ জীৱনৰ কাহিনি শেষ হল। অত দেশ ফুৰি সিহঁত জীয়াই

আছে বুলি শুনা হলেও এই অকাল মৃত্যুতো মই সুখী হব পাৰিলোঁহেঁতেন।

ৰজা—শুনা দুৰ্ভগীয়া কামপুৰীয়া মুদৈ, বিধতাই তোমাক কেৱল ইমান বিলাক কষ্ট ভুগিবলৈকে সৃজিছিল। যদি তুমি আমাৰ কথাত প্ৰত্যয় যোৱা, আমি পেটে সৈতে তোমাৰ সলনি দুখ পাইছোঁ। আৰু আমাৰ তোমাক নিস্তাৰ কৰিবৰ শক্তি থকা হলে নিশ্চয় কইছোঁ তুমি নিস্তাৰ পালাহেঁতেন। কিন্তু তেনেকৈ ৰক্ষা কৰা আমাৰ পক্ষে অযুগুত। দেশৰ বিধি লঙ্ঘন কৰিলে, এই ৰাজ-সিংহাসন, এই ছত্ৰ-দণ্ড, ৰজাৰ মান-সম্ভ্ৰম, পদ-মৰ্যাদা, ৰাজ-প্ৰতিজ্ঞা, ৰজাৰ ধৰ্ম্ম, সকলোকে লঙ্ঘন কৰা হয়। এই বিলাক ৰজাই কেতিয়াও অৱহেলা কৰিব নেপায়। ৰাজ ধৰ্ম্ম নষ্ট কৰা মহা পাতকৰ কথা। যদিও আমি তোমাক প্ৰাণ-দণ্ডৰ আজ্ঞা দিলোঁ, আৰু সেই ৰাজ আদেশ লুটিয়াব নোৱাৰোঁ, তেও আমি তোমাক আমাৰ ৰাজ-মৰ্য্যাদাৰ গৌৰৱ হানি কৰিও সাধ্য-মতে উপকাৰ কৰিম। আজি গোটেই দিনটো তোমাক দিলোঁ, তুমি পাৰামানে চেষ্টা কৰি চোৱা, আৰু পাৰিলে আপোনাৰ জীৱনৰক্ষা কৰা। কোনোবাই পুতৌ কৰিব পাৰে। এই নগৰত তোমাৰ যদি চিনাকি কোনোবা আছে তেওঁৰ শুধিবলৈ যোৱা। ধাৰে হক, মাগি হক, ধনৰ যোৰা মাৰি নিজৰ প্ৰাণৰক্ষা কৰা। তাকে কৰিব নোৱাৰিলে

নিশ্চয় তোমাৰ প্ৰাণদণ্ড হব। বন্দীপাল! এওঁক তোৰ হাতত ৰাখ।

**বন্দীপাল**—স্বৰ্ণদেৱৰ যি আজ্ঞা।

**ধনবৰ**—মই নিৰাশ, নিঃসহায়, নিৰুপায়, আপদত পৰিলোঁ, হে হৰি! তুমি একমাত্ৰ পৰম বন্ধু!

[ কান্দিবলৈ ধৰে আৰু বন্দীপালে হাতত বান্ধি দি লৈ যায় ]

[ সকলোৰে প্ৰস্থান। ]



## দ্বিতীয় দৰ্শন।

---

### ৰাজআলি।

---

কামপুৰীয়া নিৰঞ্জন, কামপুৰীয়া কলিমন,
আৰু এজন মুদৈৰ প্ৰবেশ।

**মুদৈ**—সেই দেখি আপুনি আনৰ আগত আপোনাৰ মায়াপুৰতে ঘৰ বুলি কব। নাইবা আপোনাৰ বস্তু-বাহানি যি আছে সোপাকে আটক কৰি ৰাজভড়াললৈ নিব। আজি এজন কামপুৰীয়া মুদৈক এই নগৰলৈ সোমোৱা বাবেই বন্দী কৰিছে। এই ৰাজ্যৰ বিধি মতে তেওঁৰ প্ৰাণদণ্ডও হব। মোৰ হাতত থবলৈ দিয়া ধনৰ মোনাটো নিয়ক।

( মোনাদিয়ে )

**কা, নিৰঞ্জন**—কলিমন, যা এইৰূপৰ মোনাটো নি আমি থকা জাহাজ ঘাটৰ ওচৰৰ অতিথি-থকা ঘৰত থগৈ। মই নাযাওঁ মানে তই ৰাখি থাকিবি। আমাৰ ভাত খাবৰ বেলি হয় হে—হয় মানে মই নগৰৰ গড়-গতি চাই ফুৰি আহোঁ। বজাৰ-সমাৰবো দৰ-ভাও বুজোঁ, ঘৰ-তুৱাৰ, আলি-পদূলী বিলাকো চাওঁ। ঘূৰি আহি অলপ শুমগৈ, ফুৰি ফুৰি বৰ ভাগৰ লাগিছে—যা।

**কা, কলি**—ভাল, যাওঁ বাৰু।

[ **প্ৰস্থান**। ]

**কা, নিৰণ**—শুনিচেনে দেও, এই লগুৱাটো মোৰ বৰ বিশ্বাসৰ। মোৰ যেতিয়া বৰকৈ দুখ-ভাগৰ লাগে, বা চিন্তাই চাৰিও ফালৰ পৰা মোক বেঢ়ি ধৰে, ই বহুৱালি কথা কৈ মোৰ মনত ৰঙ্গ লগায়। আহক ছোন, আমি নগৰৰ চাৰিও ফালে চাওঁ-চিতোঁ, পাছে দুয়ো. আমাৰ থকা ঘৰতে গৈ দুপৰীয়া ভাত-পানী খামগৈহঁক। কিবোলে ?

**মুদৈ**—মোক নধৰিব, মোৰ আজি আন এজন মুদৈৰ ঘৰত নিমন্ত্ৰণ আছে। তাত মোৰ ভালেমান লাভৰো আশা আছে। যদি লাগে, গধূলি মই বজাৰতে আপোনাৰে সৈতে দেখা কৰিম। তেতিয়া হলে শুবৰ বেলিলৈকে আপোনাৰে সৈতে কথা-বাৰ্ত্তা পাতি থাকিব পাৰিম! এতিয়া আপুনি বেয়া নাপাব, কাম আছে দেখিহে এতিয়া আপোনাৰ পৰা বিদায় লব লগাত পড়িলোঁ।

**কা, নিৰণ**—ভাল, তেন্তে এতিয়া যাওক। মই নগৰৰ ইফাল-সিফাল কৰি চাওঁ-চিতোঁ।

**মুদৈ**—ভাল, মই এতিয়া বিদায় হওঁ। ঈশ্বৰে আপোনাৰ শুভ ইচ্ছা পূৰ্ণ কৰক।

[ **প্ৰস্থান**। ]

**কা, নিৰণ**—.তওঁ মোৰ ইচ্ছা পূৰ্ণহক বুলিছে ; কিন্তু যাক পালে মোৰ মনৰ ইচ্ছা পূৰ্ণ হব, তাক কত—কেনেকৈ পাম ! এই সংসাৰ-সমুদ্ৰত মই টোপাকৈ এটোপা পানীৰ দৰে—তেনে হৈ মই সাগৰৰ পানীৰ মাজত মোৰ লগৰ এটোপা পানী বিচাৰিছোঁ—লগৰ টোপা যে নাপালোঁ-য়েই আপোনাকো হেৰুৱালোঁ—বিমোৰ হলোঁ। আপোনাকে চিনিব নোৱাৰাত পড়িলোঁ ! আই-ভাইক বিচাৰিবলৈ আহি আপুনি নিৰুদ্দেশ হলোঁ। ইয়াকেহে বোলে :—বিধিৰ বিড়ম্বনা ! হৰি, হৰি, কপাল ! !

## মায়াপুৰীয়া কলিমনৰ প্ৰবেশ।

অ, আমাৰ জন্ম পত্ৰিকা ডোখৰ আহি ওলালহিযেই দেখোন ; ইমান সোনকালে নো আকৌ কিহে ওভোটাই আনিলে ?

**মা. কলি**—সোনকালে ওভোটোই আনিলে কিহে—কি ? মোৰ মনেৰে ৰব পলমহে হব পায়। ভাত শুকাই কৰ্ক্ৰা হল ; আঞ্জা চেঁচা হল, ভজা-খৰিকাত দিয়া মাছ মচমচীয়া গুচি পাততদিয়াৰ দৰে হল, আৰু পাততদিয়া মেকুৰীৰ পেটত সোমায়ো জীণ যাব লগা হল। ঘড়ীত বাজিল বাৰ, আইয়ে আমাৰ গালত বজালে এক। আইৰ খঙ্গে মুড় পালেগৈ, জ্বলি-পকি উঠিল—কিয়নো, ভাত চেঁচা হল। ভাত চেঁচা হল—আপুনি ঘৰলৈ নাযায়। আপুনি

ঘৰলৈ নাযায়—পেটত ভোক নাই। পেটত ভোক নাই—এসাজি খাই আহিছে। কিন্তু যি লঘোনে থাকে সিহে বুজে; আমাৰ ফালে আধ্যা, ইপিনে পেটতো লঘোন, আৰু আপোনাৰ দোষৰ বাবে পিঠিটো ঔ কিল।

**কা, নিৰণ**—তোমাৰ কেলকেলনি খন এতিয়া সামৰি থোৱা। কছোন, মই দিয়া টকা খিনি কত থলি?

**মা, কলি**—(কিছুমান বোল মৌন হৈ) অ—সেই বুধবাৰে দিয়া শিকিটো, মই তাক কিয় থৈছোঁ. মুচিয়াৰক দিবলৈ দিছিল—দিলোঁ। ঘোঁড়াৰ পেটীডাল চিগিছিল, তাৰ যোৰোৱা বেছত মাৰি দিলোঁ।

**কা, নিৰণ**—মোৰ গাত এতিয়া ধেমালী লগা নাই। এতিয়া ৰঙ কৰিব নালাগে, ধন কত থলি ক? তই নাজাননে আমি ইয়াত আচহুৱা? সিমানবিলাক টকা তই কোনটো সাহেবে লোকৰ হাতত থৈ আহিলি?

**মা, কলি**—মই আপোনাক সেৱা এটি কৰিছোঁ—সেইবিলাক ধেমালী ভাতৰ পাতত বহি কৰিবগৈ; মোক আইয়ে লৰালৰিকৈ কৈ আপোনাক নিবলৈ টেকেলা পঠাইছে, যদি সুদা মুখেহে ওলাবগৈ লাগে, তেন্তে খুটাত বান্ধি লৈ টেকেলাৰ মান চাৰিব! আপোনাৰ খণ্ড মোৰ পিঠিতে সাৰিব। মই চাওঁতে মোৰ দৰেই আপোনাৰো ভোকত পেটে কলমলনি লগাব পায়। আৰু টেকেলা নলগাকৈয়ে ঘৰলৈ যাব লগা হব পায়।

**কা, নিৰণ**— হেৰ, হেৰ, কলিমন! থাক, থাক, এতিয়া ধেমালীৰ সময় নহয়। সেইবিলাক ধেমালী মন ভাল লগা কাললৈ থৈ দে। তোক থবলৈ দিয়া ধনখিনি কত?

**মা, কলি**— মোক নে? মোক দেখোন আপুনি একো ধন-বিত দিয়া নাই।

**কা, নিৰণ**— থ, থ, তোৰ বহুৱালি ইমানতে ওৰ পৰক। তোক যি থবলৈ দিছিলোঁ সি কত? কত পেলালি কুকুৰ, নিলাজ?

**মা, কলি**—থোৱা—লোৱা কি? আপোনাক নিবলৈ মোক পঠিয়াইছে, মই এতিয়া তাত বাজে একো নাজানোঁ। আপোনাক ভাত খাবলৈ নিব লাগে। আইও বৈ আছে, আইটীও বাটচাই আছে।

**কা, কিৰণ**—মই কেনে ভকত তই চিনা নাই? মই সঁচা কৈছোঁ, স্নুদাই নেড়িম। তই ঠিক কথা ক, টকা কাৰ হাতত থৈ আহিছ, নহলে তোৰ ধেমালী কৰা মুখকে ভাঙিম। মোৰ মন বেয়া লাগি থাকোতে ধূন কৰাৰ জোল উলিয়াম চাবি। মোৰ পৰা নিয়া ৰূপ হেজাৰ কত থলি?

**মা, কলি**—মই ৰূপ-বান থোৱাৰ কথা কব নোৱাৰোঁ, মনতো নপৰে। গালত ঠাচ্-ঠাচ্ কৈ মৰা চড় গোটা-দিয়েকৰহে মনত আছে। আইয়ে মৰা ভুকু কেইটামানবো

সাঁচ পিঠিত থাকিব পায়। কিন্তু চড়-ভুকু এটাইখিনি গোটা-লেও এহেজাৰ নহব হবলা।

**কা, নিৰণ**—তোৰ আইয়েৰৰ ভুকু। তোৰ আইয়েৰ আকৌ কোন অ?

**মা, কলি**—দেউতাৰ ঘৈণীয়েক। ভেলউগুৰিত থকা আমাৰ আই, যি জনাই আপোনালৈ বাটচাই এতিয়ালৈকে লঘোনত পেটুশুকাইমৰি কই পঠাইছে:—সোনকালে ভাত খাবলৈ আহক।

**কা, নিৰণ**—কি তই মোক মুখৰ আগতে ইমানকৈ উপলুঙ্গা কৰ? হাক দিয়াতো ইমান পা দেখোন খেকাৰখোৱা গোলাম!

[ **প্রহাৰ।**

**মা, কলি**—কি কৰে—আধ্যাকে কৰেনে কি? হে—হে—আপোনাৰ এটাইৰে সপত, এড়ক, এড়ক। আপুনি নেড়ে যদি আমি পলায়ৰ্দ্ধং।

[ **ভিৰাই ধৰি লৰ মাৰে।**

**কা, নিৰণ**—মই নিশ্চয় জানিছোঁ, এই পাষণ্ডক কোনবাই চলিলে। মোৰ ধনখিনি ফাঁকি দি নিলে। সকলোৱে কয় বোলে এই নগৰত বৰ মায়া জানে। ভেলেকীবাজী কৰি চকুতে বালি মাৰে। জুগুনীইতে মনকে ভূলাই মানুহৰ সৰ্ব্বনাশ কৰে। মন্ত্ৰকৰি বোলে পিঠিতে গছ গজায়। বহিবলৈ দিয়া পিৰাই লাগি ধৰে। গছকে বাটবুলায়। নৈৰ ওপৰে হুনু

খৰমেৰেই যায়। ই নিশ্চয় ডাইনী-জুগুণীৰ দেশ। ভালে-তোহে ইয়াৰ নাম মায়াপুৰ হৈছে। ইয়াৰ কথা ভাবোতেই পেটতে হাত-ভৰি লুকায়। ইয়াৰ পৰা সোনকালে গা সাৰি যাব পাৰিলেই মঙ্গল। যাওঁ, সোনকালে সেই থকা ঠাইলৈ যাওঁ। লগুৱাটোকো বিচাৰ-খোচাৰ কৰোঁগৈ। মোৰ মনত বৰ উগুল-থুগুল লাগিছে—টকা খিনি গল-কি-চল হে।

[ প্ৰস্থান।



# দ্বিতীয় অঙ্ক।

## প্ৰথম দৰ্শন।

মায়াপুৰীয়া নিৰঞ্জনৰ ঘৰ।

মালতী আৰু তৰাৰ প্ৰৱেশ।

**মালতী**—ডাঙ্গৰীয়াও নাহিল, লগুৱাও নাহিল, তাক মই সোনকালে ডাঙ্গৰীয়াক মাতি আনিবলৈ পঠিয়াই-দিলোঁ, এতিয়া বেলি তিনিপৰীয়া হল—আমো নাহিল ফৰমুঠীও নাহিল।

**তৰা**—তেওঁ কিজানি কোনোবা মুদৈ-বন্ধুৰ ঘৰত খাই-বৈ আহিব। বলা, বাইদেও! আমি ভাত-পানী খাওঁ-গৈহঁক। পুৰুষ স্বাধীন, নিজেই নিজৰ গৰাকী, কাল আকৌ তুইবো গৰাকী; সেইদেখি যেতিয়া

কাল হব, তেতিয়া তেওঁবিলাক আহিবই বা যাবই। যদিহে এই কথাই, তেন্তে খঙ্গ কৰিবৰ সকাম নাই।

**মালতী**—কিয়, তেওঁবিলাকৰ স্বাধীনতা নো আমাৰ স্বাধীনতাতকৈ বেচি হব কেলৈ ?

**তৰা**—কাৰণ তেওঁবিলাকৰ কাম সদাই বাহিৰত, ঘৰত বহি কাম কৰিলেতো নহয়।

**মালতী**—মই এই বিলাক কথা কলে তেওঁ বেয়াহে পায়।

**তৰা**—তেওঁহে তোমাক চলাওঁতা।

**মালতী**—গাধাকেহে যদি তেনেকৈ চলাব পাৰে।

**তৰা**— মইমতালি মানুহৰ দুখ নুগুচে। সংসাৰত এনেকুৱা একো বস্তু নাই, যি মাটী, পানী, বা আকাশেৰে সীমাবন্ধা নহয়। বনৰ পহু, পানীৰ মাছ, আকাশৰ চৰাই. এটাইবিলাক মতাৰ বশ আৰু তলতীয়া। মানুহ আকৌ এই এটাইবিলাকতকৈ ডাঙ্গৰ, এটাইৰে গৰাকী। তেওঁবিলাকৰ বুদ্ধি আৰু জ্ঞান থকা বাবে তেওঁবিলাক আন জন্তুতকৈ প্ৰধান। মাইকীমানুহৰ গৰাকী তেওঁবিলাকেই, মাইকী মানুহ তেওঁবিলাকৰ তল, সেই দেখি তেওঁবিলাকে যিহকে কয় তাকে কৰিব লাগে।

**মালতী**—তোৰ তেও এনে কথাৰ ওপৰতহে বিয়া নহয়।

**তৰা**—সেইটো নহয়, বিয়া কৰোৱা মানুহক বাৰেপাচী চিন্তাই খায় দেখিহে বিয়া নকৰাওঁ।

**মালতী**—তোৰো গিৰীয়েৰ থকা হলে তয়ো অলপ হুকুম চলাবলৈ বিচাৰিলিহেতেন হবলা।

**তৰা**—মই বিয়া কৰোৱাৰ আগেয়েই গিৰীহঁতৰ হাকবচন পালিবলৈ শিকিম।

**মালতী**—যদি তোৰ গিৰীয়েৰ অইন ঠাইলৈ কৰবালৈ যায় ?

**তৰা**—ঘৰলে উলটি নাহে মানে বাটচাম।

**মালতী**—বাৰু ৻৴'ৰ৻ী জনী, অলপো গাত নালাগিল। এৰা, একো আচা৻৴ ৻ হয়, যাৰ অশান্তিৰ কোনো কাৰণ নাথাকে, সি শান্ত হৈ থাকিব পাৰে। আন মানুহে যেতিয়া মনৰ দুখত কান্দে, তেতিয়া আমি নাকান্দিবলৈ কওঁ, কিন্তু যেতিয়া তেনেকুৱা মনৰ দুখ আহি আমাৰ পালত পড়ে, তেতিয়া আমি মনক বুজাব নোৱাৰোঁ, কান্দোঁ বা দুখ কৰোঁ। সেই দেখি তোৰ যেন মোৰ নিচিনা দুখ দিবলৈ নিমৰমিয়াল গিৰীয়েৰ নাই, তই মোক বুজনি দিছ। বাৰু ঈশ্বৰে তোক ভালে ৰাখক, তোৰ পাল পড়িলে তোৰ নো কিমান মনৰ শান্তি থাকে চাম।

**তৰা**—বাৰু, ময়ো এদিন বিয়া কৰাম, তাকে চাবলৈকে

হলেও বিয়া কৰাম। সেইটো তোমাৰ লগুৱা আহিছে; ভিনীহিঁদয়ো আহিব পায়।

মায়াপুৰীয়া কলিমনৰ প্ৰবেশ।

**মালতী**—কছোন, তোৰ গা-গধূৰ দেউতাৰৰ ওচৰ পাইছিলিনে?

**মা, কলি**—কি ওচৰ পোৱাৰ কথা কৈছে? তত আমাৰ পিঠিত আৰু কাণত যিহে হাত ফুৰালে, তাৰ ফৰ-ফৰণি এতিয়ালৈকে মৰা নাই, কাণেই তাৰ সাক্ষী।

[ কাণ দেখুৱায়।

**মালতী**—তই ডাঙ্গৰীয়াৰে কথা হৈছিলিনে? তেওঁৰ নো মনটো কেনে? কি গম পালি?

**মা, কলি**—তৰ মন তৰ হাতে জানিলে, আৰু মোৰ কাণে জানিলে; মই একো তত ধৰিব নোৱাৰিলোঁ।

**তৰা**—তেওঁনো এনেকৈ কথা কৈছিলনে, যে তই একো বুজিব নোৱাৰিলি?

**মা, কলি**—তত মোক এনে সুন্দৰকৈ মাৰিছিল যে মই তৰ ভুকুকেটা বঢ়িয়াকৈ গম পাইছিলোঁ, কিন্তু তাৰ অৰ্থহে বুজিব নোৱাৰিলোঁ।

**মালতী**—কছোন, তেওঁ আহিছেনে নাই অহা? তেওঁৰ দেখোন ঘৈণীয়েকলৈ ৰৰ মৰম।

**মা, কলি**—আই ! দেউতাক দেখোন চেৰাবলিয়া যেনহে পালোঁ।

**মালতী**—'চেৰাবলিয়া'? দগাবাজ !

**মা, কলি**—নহয়. অহো বলিয়াহে, অ, নহয় নহয় বলিয়াহে বুলিছোঁ। তত ভাত খাবলৈ মাতিলে কিবা ৰূপৰ কথাহে সোধে ! মই কওঁ ভাত খাবৰ হল, তত কয় "মোৰ ধনখিনি" ? মই কওঁ ভাত চেঁচা হল, তত কয় " মোৰ ধনখিনি কত ?' মই কওঁ ঘৰলৈ নাযায়নে ? তত কয় " মোৰ ধনখিনি কত ? 'তোৰ হাতত থবলৈ দিয়া এহেজাৰ টকা ক'ত ? দগাবাজ !" মই বোলোঁ আইয়ে মাতিছে। তত বোলে "কিহৰ তোৰ আই, মই চিনি নাপাওঁ তোৰ আইয়েৰক, থ তোৰ আইয়েৰক।"

**তৰা**—কোনে কলে এই দৰে ?

**মা, কলি**—দেউতাই। বেচকৈ মোৰ মনত আছে, তত কৈছে " মোৰ ঘৰ নাই, বাড়ী নাই, তিৰোতা নাই।" মোৰ কপালত মুখৰ বাতৰি মই পিঠিত বোজা বান্ধি আনিব লগাত পড়িল, কিয়নো, মোৰ পিঠিত তত পাৰেমানে ঔ পাৰিলে।

**মালতী**—যা আকৌ মাতি আনগৈ ?

**মা, কলি**—'আকৌ যা কিল গোটাচেৰেক খাই আহিবি'

বুলি কওক। কাবৌটী কৰিছোঁ, আন এটাক পঠি-
য়াওক। মোক নপঠিয়াব আৰু।

**মালতী**—যা, গোলাম, মাতি আনগৈ, নহলে মুড় ভাঙ্গিম
ধৰি। বকনবকাৰি।

**মা. কলি**—মই মুঠেই টাংগুটীহে হলোঁ, আপুনি তালৈ
কোবমাৰি পঠিয়াব, তত ইয়ালৈ কোবমাৰি পঠিয়াব।
এইদৰে হলে মোৰ গাতো ম'হছালেৰে চাইদিব
হে লাগিব।

[ **প্ৰস্থান**।

**তৰা**—চিঃ! তুমিনো ইমান বিতত হৈছা কিয় ?

**মালতী**—তেওঁ আন বন্ধুৰ সভাত থাকি সভা সুৱনী কৰিছে।
মই ইয়াত তেওঁৰ হাঁহিমুখ নেদেখি মনত কষ্ট পাইছোঁ।
মোৰ নো আগৰ মনমোহা মুখৰ সৌন্দৰ্য্য নাই-
কিয়া হলনে ? যদিহে নাই তেনেহলে তেওঁৱেইহে
নাইকিয়া কৰিছে। মোৰ কথাত অলপো সোৱাদ
নাইকিয়া হলনে ? মোৰ যদি কথাৰ ৰস কমিছে,
তেওঁৰ পেৰাহে। তেওঁ আন তিৰোতাৰ ভাল সাজ-
তেই মোহ যায়নে ? সেইটো তো মোৰ দোষ নহয়, কাৰণ
তেৱেঁইহে মোক পিন্ধাব-উৰাবৰ গৰাকী। মই যদি
কেনেবাকৈ বেয়া হৈছোঁ, তেৱেঁইহে বেয়া কৰিছে।
তেৱেঁহে কাৰণ। মোৰ যদি মুখৰ সৌন্দৰ্য্য কমিছে

তেওঁক দেখিলেই ফুলি উঠিব। কিন্তু তেওঁ বাড়ীৰ ঘঁাহে গোহালীৰ গৰুৰে ৰাহি নহাৰ দৰে বাহিৰত চৰি ফুৰে, আমাত মন নবহেই।

**তৰা**—এইটো তোমাৰ আপোনাকে আপুনি খাই-মৰা ঈর্ষ্যাহে। চিঃ! তাক মনত ঠাই নিদিবা।

**মালতী**—সাৰ নাইকিয়া মানুহে হে এনে অন্যায় সহিব পাৰে। তেওঁ আন তিৰোতাক পূজি নথকা হলে এতেপৰে এইখিনি পালেহি হেতেন।— সিদিনা তেওঁ মোক এগছ সোণৰ হাৰ দিব খুজিছিল নহয়, তাতেই বা ইমান পৰ লাগি আছে, সেয়েহে যদি হয় তেন্তে তেওঁৰ ওপৰত খঙ্গ নকৰোঁ।

**তৰা**— কিমান মানুহক প্রেমেই ভয়ানক ঈর্ষ্যাৰ পৰবশ কৰে।

[প্রস্থান।

---

## দ্বিতীয় দৰ্শন।

---

### ৰাজআলি।

---

কামপুৰীয়া নিৰঞ্জনৰ প্ৰবেশ।

**কা, নিৰ**—কলিমনৰ হাতত দিয়া টকা অতিথি-থকা ঘৰত দেখোন ভালকৈ থলেগৈ। লগুৱাটো বৰ হুচিয়াৰ, মোক বিচাৰি ঘূৰি ফুৰিছে। মোৰ বোধেৰে আৰু অতিথি-থকা ঘৰৰ গৰাকীয়ে কোৱামতেও মই তাক বজাৰৰ পৰা পঠিয়াবৰ পাচত লগ পাব নালাগিছিল। অ. সৌৱা সি আহিছেই।

### কামপুৰীয়া কলিমনৰ প্ৰবেশ।

কি? তোৰ ধেমালী গলনে? কিল খাব লাগে যদি আকৌ মোৰে সৈতে চূপতি কৰ। তই অতিথি-থকা ঘৰ কত নাজান? তই টকা পোৱা নাই? তোক আইয়েৰে মোক ভাত খাবলৈ মাতি নিবলৈ পঠাইছিল? মোৰ ঘৰ ভেলেউগুৰিত? তই বলিয়া হৈছিলিনে কি, তই যে এনে-বোৰ কথা কৈছিলি?

**কা, কলি**—কি কথা দেউতা? মই কেতিয়া এনে কথা কৈছিলোঁ?

**কা, নিৰণ**—এতিয়াই। ইয়াতে। আধাঘণ্টাও হোৱা নাই!

**কা, কলি**—আপুনি মোক টকা দি অতিথি-থকা ঘৰলৈ পঠিয়াবৰেপৰা মোৰে আপোনাৰে দেখাই হোৱা নাই।

**কা, নিৰণ**—দগাবাজ! তই তেতিয়া টকা দিয়া মিছা মাতিছিলি। মোৰ তিৰোতাৰ কথা কৈছিলি। ভাত খাবলৈ মাতিছিলি। তই মোৰ খঙ তুলিছিলি। মোৰ খঙ তোলাৰ পোটক পালি।

**কা, কলি**—এতিয়া আপোনাৰ মনত ৰঙ্গ দেখি মোৰ বৰ ভাল লাগিছে। আপুনি এইবোৰ কি ধেমালীৰ কথা কৈছে একো বুজা নাই, কওকছোন দেউতা?

**কা, নিৰণ**—মুখৰ আগতে মোৰে সৈতে দেখোন চূপতি কৰ? মই তোৰে সৈতে ধেমালী কৰিছোঁ? দগাবাজ, কেনে পাইছ!

[ **প্ৰহাৰ**।

**কা, কলি**—নামাৰিব দেউতা! আপোনাৰ ধেমালী এতিয়া খঙ হল। কিন্তু কিয় মোক এই ভুককেটা দিলে?

**কা, নিৰণ**—মই তোৰে সৈতে কেতিয়াবা ভালেৰে, মৰম কৰি, ধেমালী কথা কওঁ দেখি তই মোৰে সৈতে ধেমালী কৰ! মই যেতিয়া কামত ব্যস্ত থাকিম তই

তেতিয়া ধেমালী কৰিবি? লাই পাই গললৈকে জপিয়াব খোজ দেখোন? তই ধেমালীৰ কথা কব খুজিলে মোৰ মন কেনে আছে জানি লবি, নহলে তোৰ মুড় ভাঙ্গিম।

কা, কলি—মুড়কেই ভাঙ্গিবনে? আপুনিও মাৰিব নালাগে, আৰু মোৰো মুড়টো থাওক। এনেকৈ মাৰি থাকিলে মোৰ মুড় নাথাকে। দেউতা! আৰু মোক কিয় মাৰিলে?

কা, নিৰণ—নাজান?

কা, কলি—নাজানোঁ দেউতা! মাৰকেটাহে মাত্ৰ জানেঁ।।

কা, নিৰণ—কব লাগেনে কিয়?

কা, কলি—হয় দেউতা, তাৰ লগতে কিবাবে মাৰিলে তাকো লাগে, কিয়নো, সকলোৱে কয় বোলে "কিয়ৰ" লগত "কিবাবে" থাকেই।

কা, নিৰণ—"কিয়" প্ৰথমে মোৰে সৈতে চুপতি কৰিছিলি কিয়, আৰু "কিবাবে" দ্বিতীয় বাৰ কোৱাৰ বাবে।

কা, কলি—আগগুৰি নোহোৱাকৈ এনেকৈ নো কোনোবাই কাৰবাক কালে-অকালে মাৰেনে? আপোনাক সেৱা।

কা, নিৰণ—মোক সেৱা কৰিছ কিয়?

কা, কলি—এনেই ভুকুকেটা দিযাৰ বাবে।

* * * *

**কা, নিৰণ**—বাৰু আমাৰ ভাত খাবৰ বেলি হৈছেনে ? ৰচোন সৌৱা কোনোবা আহিছে।

## মালতী আৰু তৰাৰ প্ৰবেশ।

**মালতী**—ডাঙ্গৰীয়া ! মোক চিনি নোপোৱাই হৈছে, মোলৈ হলে চকু পকাই চাইছে, আন কোনোবাইহে আপোনাৰ কৃপা-দৃষ্টি পাইছে। মই মালতী নহওঁ ? মই আপোনাৰ তিৰোঁতা নহওঁ ? এনে দিন আছিল যেতিয়া আপুনি শপত খাই কৈছিল যে আপোনাৰ কাণত মোৰ কথাৰ বাহিৰে আন কাৰো কথা ভাল নালাগে, মোত বাজে আন কাকো চকুত নালাগে। মই হাতে চুই নিদিলে কোনো বস্তুত সোৱাদ নাপাই। এতিয়া আপোনাৰ এনে হৈছে কিয়। আপুনি নিজকে চিনি নোপোৱা হৈছে ? নিজকে বুলিছোঁ কিয়, আপুনি আৰু মই অভেদ, আপোনাৰ মোৰে ভিন-পৰ নাই, এক প্ৰাণ, সদাই দুয়ো একে, মোক চিনি নাপালে নিজকে চিনি নোপোৱা হব। মোক আপুনি নেড়িব, কিয়নো আপুনি এই কথা নিশ্চয় জানিব ছাৰ্কনৈয়াত পানী এটোপা পেলাই, সেই টোপা পানীকে আকৌ অলপো কম-বেচ আৰু মিহলি নোহোৱাকৈ তুলি অনা যেনে অসম্ভৱ, আপোনাক

মোৰে বিচ্ছেদ তেনে অসম্ভৱ। বাক কওক চোন, যদি মই ব্যভিচাৰিণী হওঁ, আৰু আপোনাক উৎসৰ্গ কৰি দিয়া মোৰ এই কায়াটোক দুৰন্ত পাপ-মতিয়ে কলুষিত কৰে, আপুনি কেনে পাব? মোক থুই নেপেলাবনে? বিশ্বাসঘাতিনী বুলি গুৰিয়াই নেখে-দাবনে? হাতৰ কাণৰ কাঢ়ি লৈ আজিৰ পৰা সম্বন্ধ চিগিল বুলি মোক মৰিয়াই-কিলাই ঘৰৰ পৰা উলিয়াই নিদিবনে? মই জানিছোঁ। আপুনি নোৱাৰে; কাৰণ আপুনি নিজেই তেনে আচৰণ কৰিছে। মোৰ গাত কলঙ্ক সোমাল: মোৰ তেজ পাপৰে মিহলি হল। আমাৰ দুইৰো একে কায়া হোৱাত, আপুনি অবিশ্বাসী হলে আপোনাৰ সংসৰ্গ বিষে মোৰ গাতো নিবিয়া-পিবনে? এতিয়া ইবোৰ-সিবোৰ এড়ি ঘৰত সুকলমে থাককহি; সেইয়ে হলে মোৰো ধৰ্ম্ম ৰয়, আৰু আপোনাৰো মান-সম্ভ্ৰম থাকে।

**কা, নিৰণ**—মোকে কৈছানে সুন্দৰী? মই তোমাক দেখোন চিনি নাপাওঁ। মই ইয়াত উঠিবৰ মুঠেই চাইদাঁড মান বেলিহে হৈছে। মই তোমাৰ কথাও আজিহে শুনিছোঁ; এই দেশলৈ মাথোন আজিহে আহিছোঁ; আৰু যত্ন কৰিও তোমাৰ কথাৰ অৰ্থ একো বুজিব পৰা নাই।

**তৰা**—ছিঃ! ভিনিহীদেও! আপোনাৰ এটাইবোৰ কথা উল-

টিল। বাইদেওবে সৈতে আগেয়ে কেতিয়া আপুনি এনে ব্যৱহাৰ কৰিছিল ? তেওঁ কলিমনক আপোনাক ভাত খাবলৈ মাতি আনিবলৈ পঠাইছিল ?

কা, নিৰণ—কলিমনক পঠাইছিল ?

কা, কলি—মোক ?

মালতী—তোকে। তই আহি কোৱা নাইনে তোক কিলালে বুলি ! আক দেউতাৰ কৈছিল হেনো তৰ "ঘৰ নাই বাড়ী নাই, তিৰোতা নাই ?"

কা, নিৰণ—তই এওঁৰে সইতে কথা পাতিছিলিনে ? তই নো এওঁৰে সৈতে কথাপাতিবলৈ কেনেকৈ পালি ? তইঁতে গোটখাই নো কি ফন্দী পাতিছহঁক ?

কা, কলি—মইনে দেউতা ! মই এওঁক এতিয়াহে দেখিছোঁ।

কা, নিৰণ—দগাবাজ ! তই মিছা কথা কৈছ। এওঁ যি কেসাৰ কথা কৈছে, তই সেই কেসাৰ কথাকে বজাৰত মোক কৈছিলি।

কা, কলি—উপজিবৰে পৰা এওঁৰে সৈতে মই কথা হোৱা নাই।

কা, নিৰণ—তেনেহলে এওঁ আমাৰ নাম নো কেনেকৈ জানিলে ! এওঁ সৰবজান নে কি ?

মালতী—নিজে গম্ভীৰ মূৰ্ত্তি ধৰি লগুৱাক মোৰ মুখে মুখে উত্তৰ দিবলৈ বঢ়াই দিয়াটো ভাল নহয়। বাক মোৰেই

দোষ। আপোনাত দায় নাই, কিন্তু মোক আপুনি হেয় নকৰিব। আপুনি তৰু, মই লতা। আপোনাৰ বলতে মই বলী, আৰু আপুনিও মোৰ বলতে বল পায়। আপোনাক যদি আন কিহবাই মেৰাই ধৰে বা আপোনাৰ গাত শিপাই, সেইবোৰ বেয়া লতা বা ৰঘূমলা, সি কেৱল বল হানি কৰে আৰু খাই মাৰে।

**কা, নিৰণ**—( স্বগত ) এওঁ মোকে কৈছেনে! এইবোৰ সমাজিক নে দিঠক। এওঁৰে সৈতে মোৰ সপোনত বিয়া হৈছিল নে কি? মোৰ এতিয়া তোপনিনে কি? আৰু এই বোৰ কথা তোপনিতে শুনিছো নে কি? মোৰ চকুৰ আৰু কাণৰ কিহে ইমান ভ্ৰম লগাই দিছে? মিছাবুলিবৰ কাৰণ নোপোৱালৈকে এই বোৰ সচাঁ বুলিয়েই ধৰোঁ।

**তৰা**—কলিমন! যা, ভাত, বাঢ়িবলৈ ক গৈ!

**কা, কলি**—এইখন ভূতৰ ঠাই নে কি! আমি ভূতেৰে সৈতে কথা কৈছোঁ নে কি! আমি যদি ইহঁতৰ কথা নুশুনোঁ ইহঁতে আমাক মাৰিব।

**তৰা,**—তই কি ভোৰ-ভোৰাইছ! কথা কলে নুশুন কিয়! হাৰাম্ জাত! কুকুৰ!

**কা, কলি**—মই কলিমন গুছিলোঁ কিবাহে হলোঁ, নহয় নে দেউতা?

**কা, নিৰণ**—এৰা, তোৰ মন আগৰ নিচিনা নাই। মোৰো তেনেকুৱা হৈছে।

**কা, কলি**—দেউতা! মনেই এনেকুৱা হোৱা নহয়, দেহাও বদলিছে।

**কা, নিৰণ**—তোৰ গাৰ গঢ় আগৰ নিচিনাই আছে।

**কা, কলি**—নহয় দেউতা! মই বান্দৰ-হলোঁ।

**কা, নিৰণ**—তই যদি আন কিবা হৈছ গাধহে হৈছ।

**কা, কলি**—ভাল কৈছে দেউতা! মোৰ এতিয়া ঘাঁহ খাবৰ হে মন গৈছে। গাধ নহলে, সিহঁতে যে মোক চিনি পাইছে মইনো সিহঁতক চিনি নাপাওঁ কিয়?

**মালতী**—আহক, আহক, আৰু এইবোৰ কথা থাওক; মই চকুত হাত দি কান্দিছোঁ, গিৰীহঁত-লগুৱা দুয়ো গোট-খাই হাঁহিছে। আহক, ভাত খাবলৈ আহক। কলি-মন, তই দুৱাৰ মুখতে থাক। যদি কোনোবাই দেউতাৰক বিচাৰ কৰে, তত ভাত খাইছে বুলি কবি, কাকো সোমাব নিদিবি। তৰা, আহ; কলিমন, তই ভালকৈ দুৱাৰ ৰাখিবি।

**কা, নিৰণ**—(স্বগত) মই স্বৰ্গতে আছোঁ নে, পৃথিৱীতে আছোঁ, নাই পাতালতে আছোঁ, তোপনি নে সাৰপাই আছোঁ? ইহঁতে মোক জানে, কিন্তু মইহে নাজানোঁ,

ইহঁতে যিহকে কয় তাকে কৰোঁ ; যি কপালত আছে হওক !

**কা, কলি**—দেউতা ! মই দুৱাৰ-ৰখীয়া হৈয়ে থাকিম নে ?

**মালতী**— ওঁ, থাক, কাকো সোমাব নিদিবি। কোনোবা সোমালে তোৰ মূড়কে ভাঙ্গিম।

**ভৰা**— আহক. আহক, ভিনিহীদেও ! ভাত-খোৱা বেলি চৰি গৈছে।

**কা, কলি**—দুৱাৰ-ডাঙ্গ দি ভিতৰত সোমাই থাকোঁ, বাহিৰত থাকিব নোৱাৰি, আকৌ কিহবাই পাব !

[ প্ৰস্থান।

# তৃতীয় অঙ্ক।

---

## প্ৰথম দৰ্শন।

---

কামপুৰৰ ৰাজআলি। মা, নিৰঞ্জনৰ ঘৰৰ সন্মুখ।
মা, নিৰ. মা, কলি, সোণেশ্বৰ সোণাৰি আৰু
লাহমন মুদৈৰ প্ৰবেশ।

**মা, নিৰণ**--শুনচানে দলৈ ! আজি আৰু মোক নধৰিবা; আমাৰ ঘৰৰঘৈণী জনাই মোৰ ঘৰলৈ যোৱাত অলপ পলম হলেই শঙ্কাতে এৰেকোনাই হয়। তুমি আজি মই তোমাৰ শালতে বহি আছিলোঁ বুলি কবা, হেনে ভাৰগছ গঢোৱা চাই থাকোতেই বেলি হল, কাইলৈ ওলাব।—ওলালেই তুমি লৈ আহিম বুলি কবা। কিন্তু তুমি সেইদৰে কলেনো কি হব ? ই লাঠুৰাই মোক থিটাতে মিছা পেলাব। সি এতিয়াই কৈ গৈছে, মই হেনো তাক মাৰিছিলোঁ। তাক হেনো মই এহেজাৰ টকাৰ

চোৰ ধৰিছিলোঁ। মোৰ তিৰোতা নাই বুলিছিলোঁ। হেৰ বলিয়া! এই বিলাক কি বকিছিলি ?

**মা, কলি—** আপুনি যি কবৰ মন যায় কৈ থক, মোৰ মনত যি আছে আছে। মোক যে বজাৰত মাৰিছিল, আপোনাৰ হাতেই তাৰ সাক্ষী। আপোনাৰ হাত কাপ-কাঠি হোৱা হলে ভুকুকেটা মহী হোৱা হলে, আৰু মোৰ পিঠিখন সাঁচিপাত হোৱা হলে, আপোনাৰ নিজ হাতৰ আখৰেই ধৰা পেলালে হেতেন।

**মা, নিৰণ—**হেৰ গাধ!

**মা, কলি—** ভুকুলৈ চালে গাধইহে। কিন্তু গোৰ খালে গাধইও পিছ-লাথি মাৰে। গাধ হোৱা হলে আপুনি মোৰ ওচৰ নাচাপিলহেতেন। গাধলৈ ভয় কৰিলেহেতেন।

**মা, নিৰণ—**মুদৈ! আপুনি দেখোন মনটো মাৰি আছে ? আশা কৰোঁ মই যি অলপ আয়োজন কৰিছোঁ তাকে গ্ৰহণ কৰি মোক অনুগৃহীত কৰিব।

**লাহমন—**কিনো আপুনি গ্ৰহণ কৰাৰ কথা কইছে আপোনাৰ অনুগ্ৰহ থাকিলেই সকলো হল। সেইয়ে বহুত।

**মা, নিৰণ—**অ দেও, মাছেৰেই হক বা পছুৰেই হক এবিধ হলে বৰ আনন্দেৰে শুশ্ৰুসা কৰিব পৰা হয়, খাইও তৃপ্তিজন্মে।

**লাহমন**—মাচ-পছু যতে-ততে পায়, হালোৱা-চহাইও মাৰি আনি খায়।

**মা, নিৰণ**—মুখৰ শুশ্ৰষা আকৌ তাতকৈও সস্তা, বৰ উজু, কথাত বাজে একো নালাগে।

**লাহমন**—ভাল কথা ভাল মাতেৰে আদৰ-সাদৰ পালে কম আয়োজনতো প্ৰীতি জন্মে।

**মা, নিৰণ**—কট্‌কিনা গিৰীহঁত আৰু খাব নোৱাৰা আলহিৰ পক্ষে হে সেই কথা খাটে। অৱশ্যে আন ঠাইত আপুনি ইয়াতকৈ ভাল আয়োজনো পাব পাৰে, কিন্তু ইমান আদৰ-সাদৰ পোৱা টান। এ—আমাৰ দুৱাৰ খন দেখোন মৰা আছে। হেৰ দুৱাৰ মেলি দিবলৈ ক।

**মা, কলি**—হেৰ, লঘনা, কাতীয়া, বিহুৱা, বহাগী, ভেদুৰী, মলৌ, কোন আছহঁক ?

**কা, কলি**—( ভিতৰৰ পৰা ) ভুত, পিশাচ, দ'ত, কুকুৰ, বান্দৰ, শিয়াল, কি হল। থাক দুৱাৰ মুখতে বহি থাক, নাথাক তাৰ পৰা যা। তোক কিহে পালে ?—ভুত হেকাৰিব খুজিছ নে কি ? যেতিয়া অকলেই শকত, কিয় লাগিছে পৰৰ ভকত ? গুচ্, গুচ্ দুৱাৰ মুখৰ পৰা গুচ্।

**মা, কলি**—আজি আমাৰ দুৱৰীক কিহবাই পালে নে কি ? দেউতা বাহিৰত বৈ আছে সি ভিতৰত থেওকালি কৰিছে।

**কা, কলি**—( ভিতৰৰ পৰা ) হেৰ যেই বাটেই আহিছে সেই বাটেই যাবলৈ ক। নহলে আজি থিয় হৈ থাকোঁতে ভৰি থৰ হব চাবি।

**মা, নিৰণ**—হেৰ ভিতৰত কথা কোৱাটো কোন? দুৱাৰ নেমেল কিয়?

**কা, কলি** –( ভিতৰৰ পৰা ) যেতিয়া দুৱাৰ মেলাৰ কাৰণ কি কবা, আমি তেতিয়া হে দুৱাৰ মেলিব পৰা হব।

**মা. নিৰণ**—বাৰু অঁ! আকৌ কাৰণ কব লাগে!–ভাত খাবলৈ। এতিয়ালৈকে ভাত খোৱা নাই জনা ন'ই?

**কা, কলি**—( ভিতৰৰ পৰা ) আজি ইয়াত আৰু ভাত খাবলৈ আশা এড়ক, এতিয়া গলেই ভাল, পাছেপৰেও আহিব।

**মা, নিৰণ**—তই কোন অঁ? গিৰীহঁতক বাহিৰত ৰাখিবৰ তই কোন?

**কা, কলি**—( ভিতৰৰ পৰা ) সম্প্ৰতি মইয়েই দুৱৰী, মোৰ নাম কলিমন।

**মা, কলি**—নিঢক্! তই দেখোন মোৰ বিষয়ো ললি, নামো ললি; এটাৰ পৰা যে শলাগ নাপাওঁয়েই, আনটোৰ পৰা বাৰে-পাচীমান গালি হে খাওঁ। তই গাধ হবলৈ হে কলিমন নাও লইছ।

**তৰা**—( ভিতৰৰ পৰা ) কলিমন, বাহিৰত কিহৰ হাই? কোন সেইকেটা?

**মা, কলি**— দেউতা আহিছে দুৱাৰ মেলি দিবলৈ কোৱা আইটি ?

**তৰা**—( ভিতৰৰ পৰা ) তোৰ ডাঙ্গৰায়াৰক ক, এতিয়া দুৱাৰ মেলা নহয়, তেওঁ বেলিকৈ আহিছে।

**মা, কলি**—মই নাহাঁহি নোৱাৰোঁ, যোজোনা দিব লগাত হে পড়িল।

**তৰা**—( ভিতৰৰ পৰা ) হেৰ কিহৰ যোজোনা দিয় অঁ ?———

**কা, কলি**—(ভিতৰৰ পৰা) আইদেও ! আপুনি তৰাই হে হয়, ভাল উত্তৰ দিছে।

**মা, নিৰণ**—হেৰ বান্দৰ ! তই শুনিছ নে ? ভিতৰ সোমাব দিবি নে নিদিয় ?

**তৰা**—( ভিতৰৰ পৰা ) মই সমিধান দিছিলোঁ নহয় ?

**কা, কলি**—(ভিতৰৰ পৰা) নিদিওঁ বুলি কইছোঁ নহয় ?

**মা, কলি**—আহ, লাগোঁ আহ, ওলাই আহ। আজি মেঘে গাজিলেও নেড়িম।

**মা, নিৰণ**—হেৰ কাণ-কটা ! দুৱাৰ মেল।

**তৰা**—( ভিতৰৰ পৰা ) কালৈ নো দুৱাৰ মেলিব লাগে অঁ ?

**মা, কলি**—দেউতা ! টানকৈ দুৱাৰত গোৰ মাৰক।

**তৰা**— ( ভিতৰৰ পৰা ) এৰ', মাৰি·থক, ভৰি নিবি-ষাই মানে মাৰক।

**মা, নিৰণ**—ডুৱাৰ ভাঙ্গি সোমাব লাগিলে কান্দিবি !

**তৰা**—( ভিতৰৰ পৰা ) কথা ফলে শুনিছে জানোঁ ; বাইদেওক মাতোঁ বাৰু ৰ !

**মলতী**—( ভিতৰৰ পৰা ) সেইটো কোন, ডুৱাৰ মুখত কোঢ়াল কৰা ? বিহুপাতিছেহি !

**কা, কলি**—(ভিতৰৰ পৰা) চাওক চোন ৰাৰু, গোটেই খন টোলপাৰ লগাইছেহি ! এই খন দেশ মুঠেই ডুষ্টৰ বাহ।

**মা, নিৰণ**—তুমি নে,—ঘৈণী নে ? ভাল সোমাই আছিলোঁ এতে বেলি !

**মালতী**—( ভিতৰৰ পৰা ) তোৰ ঘৈণীযেৰ, তোৰ বাপেৰৰ বুঢ়ী মাৰ ! গুচ্ ডুৱাৰ মুখৰ পৰা গুচ্ ।

**মা, কলি**— দেউতা ! আপুনি যদি এইদৰে সুদাই উলটি যাব লগা হল, তেন্তে মোৰ মৰণত হে কাম আছে, মই মৰি যোৱাই ভাল।

**সোণেশ্বৰ**—ইয়াত আদৰ সাদৰো নহল, খোৱাও নহল, এটাৰো আগন্তুক নাই যেন হে দেখিছোঁ।

**লাহমন**—এৰা, ইটো ভাল নে সিটো ভাল, তাৰ নিশ্চয় কৰিব খোজোঁতে, এতিয়া সমূলী হেৰাল।

**মা, কলি**—এওঁবিলাক বাহিৰতে বৈ থাকিল ভিতৰলৈ মাতক।

**মা নিৰণ**— আজি কিহবাই পালে, আমি ভিতৰ সোমাব নোৱাৰা হলোঁ।

**মা. কলি**—তাকে নকৈ নো আৰু কি কব ? ভিতৰত ভাতে কান্দিব লাগিছে, বাহিৰত আমাৰ এই দশা! এই দৰে ককৰ্থনা খালে মানুহৰ খঙ্গে মূড়ৰ চুলি পায়হি।

**মা, নিৰণ**—হেৰ, কি'পা এডাল আন, দুৱাৰ খনকে ভাঙোঁ!

**মা, কলি**—( ভিতৰৰ পৰা ) তুমি বাৰু কি ভাঙ্গা ভাঙ্গা, মই হলে তোমাৰ লগুৱাৰ মূড়কে ভাঙ্গিম।

**মা. কলি**—বাহাদুৰী কৰিছে, নেদেখিছা! মুখেৰে এটাইয়ে ভাঙ্গিব পাৰে। হেৰ, দেউতাৰ আগতে এনে কথা ক দেখোন ?

**কা. কলি**—( ভিতৰৰ পৰা ) তোকো একিল লাগে নে কি ? গুচ। ইয়াৰ পৰা শিয়াল!

**মা, কলি**—বৰ কৈ দেখোন গুচ, গুচ, কৰ একা ?— হেৰ কাবৌটি কৰিছো মাক সোমাবলৈ দে।

**মা, কলি**— ( ভিতৰৰ পৰা ) কাণ-মূড় নাইকিয়া কেকোঁৰা! লালুকীলৈ আকৌ তপত পানী লাগিছে।

**মা, নিৰণ**—মই আজি নিশ্চয় কইছোঁ দুৱাৰ ভাঙ্গিম। হেৰ কলিমন কুঠাৰ এখন আন!

**মা, কলি**—দেউতা! কুঠাৰ নে চাঁচ? চাঁচকে হে আনিব লাগে। ইয়াৰ ধৰি মুড়টো চাঁচি পেলাব লাগে, তেহে যদি ইয়াৰ লাজ হয়।

**মা, নিৰণ**—যা, যা, ভাল কুঠাৰ এখন আন!!

[ **দুৱাৰ ভাঙ্গিব খোজে।**

**লাহমন**—আপুনি নো ইমান বিতত হইছে কিয়? থিৰ হওক। আপুনি দেখোন আপোনাৰ দুৰ্নাম আনি লব খোজে। এবাৰ এনে হওঁতেই ঘৰৰ ঘৈণীৰ পৱিত্ৰ সতীত্ব-ধৰ্ম্মৰ প্ৰতি চোভা কৰিব খোজে! তেওঁ কিমান জ্ঞানী, কিমান সাধ্বী, কিমান গুণৱতী, কিমান পতি-ব্ৰতা, আৰু কিমান বঢ়া-বুজা, এই বিলাক কথালৈ অলপ গমি চাব, ভিতৰত এনে কিবা কাৰ্য্য হব পাৰে যে তাক আপুনি নাজানিবও পাৰে। তেওঁ কেনে বান্ধৰ ভিৰোতা, আপুনি তাক ভালে দিনৰে পৰা জানে। আপুনি অলপকে সন্দেহ নকৰিব। পাছত তেওঁ এই সময়ত এই দৰে দুৱাৰ মাৰি থোৱাৰ সন্তোষজনক কাৰণ আপোনাক দিব। মোৰ কথা শুনক, এতিয়া আহক আমাৰ ঘৰতে খোৱা-বোৱা কৰোঁগৈ। আবেলি কৈ আপুনি অকলৈ আহি এই বিষয়ৰ তত্ত্ব কৰিবহি। আপুনি যদি খঙ্গ কৰি এই দিন-দুপৰত দুৱাৰ ভাঙ্গে, তেন্তে হাটৰুৱা-বাটৰুৱা মানুহে যেয়ে যিহকে পাৰে তাকে ৰটিব। আগলৈকে এটা অখ্যাতি থাকিব। তেনে অপযশে নাতি-পুতিলৈকে

খেদিব। কলঙ্ক যাৰ ঘঁৰত এবাৰ সোমায়, তাৰ ঘৰৰ পৰা সহজতে ওলাব নোখোজে।

**মা, নিৰণ**—হয় মুদৈ, আপোনাৰ কথাই কথা, তাতে ভৰ দিলোঁ, লাহে-লাহে ইয়াৰ পৰা যাব হে লাগে। মনৰ খঙ্গ মনতে থাকক, বাহিৰে ৰঙ্গ-মুৰা হৈ ফুৰোঁ। মোৰ এজনী চিনাকী তিৰোতামানুহ আছে। তাই কথা-বাৰ্ত্তা সকলোতে বৰ ধেমেলীয়া, কিছু দুষ্টালি গুণটো হে আছে, তেওঁ বৰ ৰঙ্গিয়াল আৰু সহজ স্বভাৱৰ তিৰোতা যেন লাগে। তাইৰ তেতে আজি খোৱা-বোৱা কৰোঁগৈ। তাইৰে আমাৰ ঘৈণী জনাই সদায় মোক জোৰাই দিয়ে। দলৈ, তুমি এতিয়া ঘৰলৈ যোৱাঁ, হাৰ-গছ লৈ আহাঁ গৈ। এতিয়ামানে ওলাব পাই। তুমি সেই আহতগুড়িলৈকে লৈ আহিবা। তাইকে হাৰ-গছ দিম, তিৰোতাৰ খঙ্গত তাইকে বিলাম। তায়েই পিন্ধক; মোৰ চুৰা-খাঁতী তিৰোতাৰ হোৰ তুলিম। তুমি অলপ বেগাই গৈ লৈ আহাঁ গৈ দেই। উস্ চোৱাঁ চোন বাৰু, আজি মোৰ ঘৰৰ তিৰোতাই মোক ভিতৰলৈ যাব নিদিলে, লোকৰ ঘৰত গৈ আলহি হব লগাত পড়িলোঁ! তাই আকৌ শোধে কি নোশোধে, বাৰু প্ৰমাণকে চাওঁ; তেও লাজ কৰিব নেপাই দেখোন, তাই তেনে বিধৰ মানুহ নহয়।

**সোণেশ্বৰ**—তেন্তে দুদাঁড়মান বেলিৰ পাছত আপোনাক তাতে দেখা কৰিম।

**মা, নিৰণ**—এৰা, হয়, তাঁলৈকে আহিবা। এই ধেমালীতে এতিয়া টকাচোৰেক বাৰু কৈয়ে যায়।

[ **প্ৰস্থান**।

---

## দ্বিতীয় দৰ্শন।

মা, নিৰঞ্জনৰ ঘৰ।

### কা, নিৰঞ্জন আৰু তৰাৰ প্ৰবেশ।

**তৰা**—ভিনিহিদেউ! এইটো সম্ভৱ নে যে আপুনি, স্বামীৰ কৰ্ত্তব্য কাম পাহৰিলে? ডেকা কালতে নো আপোনাৰ বিৰাগ জন্মিল নে? বিয়া কৰিবৰ নো চাইদিন হওঁতেই নো এনে হলনে? আপুনি যদি ধনৰ আশাতে হে বাইদেওক বিয়া কৰিছিল, তেনেহলেও তেওঁক মৰম কৰিব লাগে। আৰু যদি আপুনি অইন কাৰবাক হে ভাল পায়, সেইটো কথা গুপুতে ৰাখিব! আপোনাৰ গুপ্ত প্ৰেমত ঢাকোন দি থব, বাইদেওক জানিবলৈ নিদিব। নিজ মুখেৰে নিজৰ দোষ প্ৰকাশ নকৰিব। আপোনাৰ পেটত যেইবা থ'ক মুখেৰে সাদৰ দেখুৱাব। পাপকে ধৰমৰ সাজ পিন্ধাই থব। আপোনাৰ পেট পাপেৰে খুন্দখাই থাকিলেও কোৱাভাতুৰীৰ দৰে বাহিৰে ৰং-চং দেখুৱাব। পাপী হলেও পুণ্যাত্মাৰ দৰে

ফুৰিব। লুকাই যেইবা কৰক নকৰক, তাক বাইদেওক জনাবৰ সকাম কি? চোৰে নো কৰবাত চুৰ কৰি নিজ মুখেৰে তাৰ বাহাদুৰী কৰেনে? আপুনি অবিশ্বাসী হৈ আপোনাৰ ব্যৱহাৰৰ দ্বাৰাই তাকে আকৌ বাইদেওক জনোৱাটো কটা-ঘাত চেঙ্গা-তেল দিয়াৰ দৰে দুগুণ অন্যায় হৈছে।— হায়! দুৰকপলীয়া তিৰোতা!!— আপোনাসকলে আমাক ভাল পোৱা যেন দেখুৱালেই হয়! অন্তৰেৰে যদি আনক ভালকে পায়, আমাক দুএসাৰ মুখৰ মিঠা কথাকে কৰ। আপোনাসকলৰ গতিয়েই আমাৰ গতি; আপোনা সকলে যেনিয়েই নিয়ে আমি তেনিয়েই যাওঁ। সেই দেখি, ভিনিহিদেও, আকৌ ভিতৰলৈ য'ক, মৰমৰ মাত্ৰেৰে সম্বোধন কৰি বাইদেওক সান্ত্বনা কৰক গৈ;— মিঠা-কথা কৈ ঠেহ ভাঙ্গোঁতা হলে, ঠেহ-পতা বৰ সুখৰ কাম।

**কা, নিৰণ**—সুন্দৰি! তুমিহে মোক সম্বন্ধ ধৰি মাতিছাঁ মই তোমাক চিনিকে পোৱা নাই। তোমাৰ নিচিনা ৰূপ-গুণ এই পৃথিৱীত যে সম্ভৱ নহয়েই, স্বৰ্গতো অতি কম। অৱশ্যে তুমি কোনোবা দেবী, মায়া কৰি পৃথিৱীত আছাঁহি। হে দেৱি! মোক কৃপা কৰি মায়া দূৰ কৰাঁ; আৰু এই মলিন, দুৰ্ব্বল, ভ্ৰমযুক্ত হীন-বুদ্ধি মানুহক তোমাৰ কথাৰ ভাব বুজাই কোৱাঁ। মোক মোৰ মনৰ ধাৰণাৰ বিপৰীত ভাবনাত পেলাবলৈ তোমাৰ ইমান যত্ন কিয়? তুমি মহাশক্তি ঈশ্বৰী নে?— তুমি মোক নতুন জনম দিব খুজিছা নে কি? তেনেহলে মোক

একো কথা নাই, তোমাৰ যিহকে ইচ্ছা তাকে কৰা। কিন্তু মই যদি যথাৰ্থতে মৰেই, তেনে হলে মই থিক জানোঁ যে তোমাৰ বাইদেৱা মোৰ তিৰোতা নহয়; আৰু তেওঁৰে মোৰে কোনো সম্বন্ধ নাই। মোৰ মনক তোমাৰ মন-মোহা কথাই তোমালৈ হে টানি নিছে। জল-কুৱঁৰী! তোমাৰ বাই-দেৱাঁৰ চকুৰ পানীত মোক বুৰাবলৈ চেষ্টা নকৰিবা; তোমাৰ সুললিত গীতেৰে তোমাৰ প্ৰেম-সাগৰতে বুৰুৱাঁ। ঢৌৰনিচিনা তোমাৰ নীল-বৰণীয়া চুলি বিস্তাৰ কৰি দিয়া, তাতেই মই সুখেৰে বিশ্ৰাম কৰোঁ; আৰু তাতে পৰি মনে মনে ভাবিম যে এনে সুখ-শয্যাত মৰিবলৈ পোৱাটোও পৰম ভাগ্যৰ কথা।

**তৰা**— বলিয়া হইছেনে কি? আপুনি যে এনে কথা কৈছে।

**কা. নিৰণ**— মই বলিয়া হোৱা নাই, বিমোৰ হে হৈছোঁ; কিয় কব নোৱাৰোঁ।

**তৰা**—সেইটো আপোনাৰ চকুৰ দোষ।

**কা. নিৰণ**— তোমাৰ উজ্জ্বল মুখৰ জেউতিয়ে চকুত জলক লগালে।

**তৰা**— যাক চাবলাগে তেওঁক চাওক, চকুৰ জলক নাইকিয়া হব।

**কা. নিৰণ**—তেওঁক চালে আন্ধাৰত চোৱা যেন হে লাগে, প্ৰিয়ে!

**তৰা**—কি ! মোকে প্ৰিয়ে বুলি সম্বন্ধ ধৰিছে নে কি ? বাইদেওক হে তেনেকৈ সম্বন্ধ ধৰিব লাগে।

**কা, নিৰণ**—তোমাৰ বাইদেৱাৰ ভনীয়েকক।

**তৰা**—তেনেহলে মোৰ বাইদেওক।

**কা, নিৰণ**—নহয়, তোমাক হে। মোৰ দেহৰ আদ-খান, মোৰ চকুৰ মণি, মোৰ মনৰ অধিস্থাত্ৰী দেবী, মোৰ আশাৰ সম্বল, মোৰ সংসাৰৰ স্বৰ্গ, মোৰ হেঁপাহৰ বস্তু, তোমাক হে।

**তৰা**—এই এটাইবোৰ বাইদেওক হে খাতে বা খাতিব লাগে।

**কা, নিৰণ**—তুমিয়েই সেই বাইদেও হোৱাঁ; কাৰণ তোমাক হে মোক লাগে। তোমাক হে মই বিয়া কৰাম। তোমাৰে সৈতে হে সংসাৰৰ কৰিম।—তোমাৰো বিয়া হোৱা নাই, মোৰো বিয়া হোৱা নাই। চাওঁ—

[ **হাতত ধৰিব খোজে**

**তৰা**—ছিঃ! আপুনি কিবা কথা হে কয়। আপোনাৰ ওচৰত মই নাথাকোঁ। মই বাইদেওক কৈ দিওঁ গৈ।

[ **প্ৰস্থান।**

**কামপুৰীয়া কালমনৰ প্ৰবেশ।**

**কা, নিৰণ**—কি হৈছে, কলিমন ? তই ইমান নিধাতু খাই লাড় কলৈ যা ?

**কা, কলি**—আপুনি মোক চিনিব পাৰিছে নে দেউতা ? মই কলিমন হওঁনে ! মই দেউতাৰ লগুৱা হওঁনে ? মই মহেঁ নে ?

**কা, নিৰণ**—ওঁ, তই তয়ে। তই কলিমন। তই মোৰ লগুৱাও হয়।

**কা. কলি**—মই গাধ হে। মই মাইকীৰ গোলাম। মই মোত নাই দেউতা !

**কা, নিৰণ**—কি ! মাইকীৰ গোলাম! তই নো কেনেকৈ তোৰ পৰা নাইকিয়া হৈছ ?

**কা, কলি**—সত্যে. দেউতা ! মই মোত নাই ! মই এজনী মাইকীৰ গোলাম। তাই মোৰ গৰাকী হব খোজে। তাই মোক খেদি ফুৰিছে। তাইক মোক লাগে।

**কা. নিৰণ**—তাই নো কি ?

**কা কলি**—তাই বৰ ডাঙ্গৰ মানুহ। তাইক যেইয়ে সেইয়ে মান কৰি হে কথা কব পাই। কিন্তু তাইৰ জোৰ হবলৈ মোৰ গা হে নাইকিয়া হল। মোলৈ তাই বৰ শকত। কি ৰাওমুই হস্তিনা তিৰোতা দেউতা ঐ।

**কা, নিৰণ**—কেনে হস্তিনী ?

**কা, কলি**—তাই, দেউতা ! বৰ শকত, তাইৰ গাটো তেলেৰেই ভৰা। তাইৰে সৈতে কি কৰিবলৈ ভাল কবই নোৱাৰোঁ। তাইক জোৰ কৰিবলৈ হে ভাল। তাইৰ ইমান তেল যে তাইৰ গাত জুই লগাই দিলে ৰাৱণৰ চিতাৰ দৰে প্ৰলয় কাললৈকে জ্বলি থাকিব।

**কা, নিৰণ**—তাঁইৰ বৰণ কেনে ?

**কা, কলি**—কিচ্ কিচ্ কৰে কলা। আন্ধাৰত দেখিলে ভয়েই লাগে।

**কা. নিৰণ**—ভালকৈ ধুলেই ভাল হব।

**কা. কলি**—সাগৰৰ গোটেইখিনি পানীৰে ধুলেও ভাল নহয়। এঙ্গাৰ হেজাৰবাৰ ধুলেও বগা হয় নে।

**কা. নিৰণ**—তাইৰ নাম কি ?

**কা. কলি**—ভাদৈ। সেই পিশাচনীজনীয়েই মোক ধৰিছিল। তাই মোক কলিমন বুলি মাতিছিল। তাই মোৰ কত কেইটা চিন আছে এটাইবোৰ কৈছিল। মোৰ পিঠিৰ মাহটোৰ কথা কৈছিল, ডিঙ্গিৰ তিলটোৰ কথা কৈছিল। মই ভয় খাই লাড়ি পলাই হে আহিছোঁ। মই বুকু-ডাঠ নহৈ আনৰ নিচিনা হোৱা হেতেন তাই মোক বলদগৰু কৰি হালত জুৰিলে হেতেন।

**কা, নিৰণ**—তই বেগাই ঘাটলৈ যা, জাহাজ বিচাৰ গৈ। বতৰ ভালে থাকিলে আজি ৰাতি আৰু ইয়াত নাথাকোঁ। আজি কোনোবা জাহাজ উজাই যাই যদি মোক লৰি আহি কবি হি। তই নাহ মানে মই বজাৰতে থাকিম। আমাক ইয়াৰ সকলোৱে চিনে, আমি হলে কাকো নিচিনোঁ। ইয়াৰ পৰা বেগাই পলাব হে লাগিল।

**কা, কলি**—মানুহ যেনেকৈ বাঘৰ হাতৰ পৰা পলায়,

তেনেকৈ মইও তাইৰ ( হব-খোজা ঘৈণীৰ ) হাতৰ প ৰ পলালে হে ৰক্ষা।

[ প্ৰস্থান।

**কা, নিৰণ**—এই খন ভূত-পিশাচৰ হে ঠাই। ইয়াত আৰু সৰহ দিন থকা ভাল নহয়, পলোৱাহে যুগুত। যি জনীয়ে মোক স্বামী বুলি মাতে তাইক চকুৰে চাবৰে মন নাযাই, কিন্তু তাইৰ চিকোন ভনীয়েকটীক দেখিলে মনৰ কথা লুকাই ৰাখিব নোৱাৰোঁ, ইয়াৰ পৰা যাবৰে মন নাযাই। আহা! তাই দেখিবলৈ কেনে সুন্দৰী! কথাখিনি কেনে মিঠা! কেনে নিতোপন স্বভাৱ! কেনে মধুৰ মন-মোহা গান গাব পাৰে!—নহয়, তাইৰ গান আৰু নুশুনোঁ, কাণত সোপা দি থব লাগিল, নহলে নিজেই নিজৰ মুড় খোৱা হে হব।

## সোণেশ্বৰ সোণাৰিৰ প্ৰবেশ।

**সোণেশ্বৰ**—নিৰঞ্জন ডাঙ্গৰীয়া নে?

**কা, নিৰণ**—এৰা, মোৰ নাম নিৰঞ্জন।

**সোণেশ্বৰ**—সেইটো মই বেচকৈ জানোঁ। ধৰক! এই গছ হাৰ। মই আপোনাক আইতগুৰিত লগ পাম বুলি হে ভাবিছিলোঁ। আপোনাক এই খিনিতে পালোঁ ভালেই হল। হাৰ-গছ গঢ়া হৈ নুঠাৰ বাবে হে মোৰো পলম হল।

[ হাৰ দিয়ে।

**কা, নিৰণ**—মই কি কৰিব লাগে? মই এই হাৰ গছেৰে কি কৰিম?

**সোণেশ্বৰ**—আপোনাৰ যিহকে ইচ্ছা! আপুনি গঢ়িবলৈ কৈছিল মই গঢ়িছোঁ।

**কা, নিৰণ**—মোলৈ গঢিছিলা নে? মই তো গঢিবলৈ কোৱা নাছিলোঁ?

**সোণেশ্বৰ**— এবাৰ নহয় ডুবাৰ নহয় কুৰিবাৰ কৈছিল'। এই গছ লৈ এতিয়া ঘৰলৈ যাওক আপোনাৰ তিৰোতাক দি তৰ মন-সন্তোষ কৰক গৈ। মই সন্ধ্যালগাত গৈ তাৰ বেচ লম।

**কা, নিৰণ**—অনুগ্ৰহ কৰি এতিয়াই বেচ লোৱাঁ, কিজানি পিচত হাৰো যায় টকাও যায়।

**সোণেশ্বৰ**—আপুনি বৰ ৰঙ্গিযাল মানুহ ডাঙ্গৰীয়া এতিয়া মই যাওঁ;

[ **প্ৰস্থান**।

**কা. নিৰণ** -এই বাৰ নো কি বুলিম, একো বুজিব নোৱাৰি। কিন্তু মোৰ মনেৰে এনেকুৱা কোনো মানুহ নাই যি এই হাৰ-গছ লবলৈ অস্বীকাৰ কৰিব। এইদৰে বাটে-পথে ধন-সোণ পাই ফুৰিলে কুটা এগছো দোডোখৰ নকৰাকৈ বহি বহি খাব পাৰি। বজাৰলৈ যাওঁ, তাতে কলিমনলৈ বাট চাওঁগৈ। জাহাজ পালেই ইয়াৰ পৰা প্ৰস্থান কৰিব লাগে।

[ **প্ৰস্থান**।

---

# চতুৰ্থ অঙ্ক।

## প্ৰথম দৰ্শন।

## ৰাজ আলি।

সোণেশ্বৰ, কোটোৱাল, আৰু অনিৰাম মুদৈৰ প্ৰবেশ।

**অনিৰাম**—আপোনাৰ মনত থাকিব পায়, আপুনি মোক এহেজাৰ টকা দিব লাগে। মই সেই টকা আপোনাক কেতিয়াও সধা নাই, আৰু এতিয়াও নেসাধিলোঁ হেতেন কিন্তু খেহ দেশলৈ এতিয়াই যাব লগা হোৱাত বাট-খৰচ লগা হৈছে। সেই নিমিত্তে আপুনি সেই টকা মোক এতিয়াই দিয়ক, নহলে এই কোটোৱালৰ হতুৱাই এতিয়াই আপোনাক ধৰাম।

**সোণেশ্বৰ**— আপোনাক দিব লগা টকা মই নিৰঞ্জন ডাঙ্গৰীয়াৰ পৰা পাম। আপুনি অহাৰ অলপ আগেয়ে তেওঁ মোৰ পৰা সোণৰ হাৰ এগছ নিছে। পাঁচ বজাৰ সময়ত তাৰ বেচ মই পাম। বাৰু তেওঁৰ ঘৰলৈ দোখোজ মান বলক চোন, তাতে ধাৰো সুজিম গুণো লম।

**মায়াপুৰীয়া নিৰঞ্জন আৰু মা, কলিমনৰ প্ৰবেশ।**

**কোটোৱাল**— সেইফেৰা তুখ কৰিব নলগাই হল, সৌৱা তেওঁ আহিছেই।

**মা, নিৰণ**—(মা, কলিলৈ চাই) মই সোণাৰিৰ তালৈ যাওঁ মানে তই যা, জৰী এগছ কিনি আনগৈ। আজি তুপৰীয়া ঘৰলৈ যাওঁতে তুৱাৰ মাৰি থোৱাৰ বাবে তোৰ আয়েৰক আৰু তাইৰ মন্ত্ৰী কেজনীক খুঁটাত বান্ধি লম। অ সৌটো সোণাৰিক দেখা পাইছোঁয়েই। তই যা, জৰী গছ কিনি লৈ ঘৰত মোক দিবি গৈ।

**মা, কলি**—মই যিটো মানুহে এই খন হাতেৰে বছেৰেকত হাজাৰ টকা ভাঙোঁ, এতিয়া জৰী-এগছ কিনিবৰ পালত পড়িলোঁহি!

[ **প্ৰস্থান।**

**মা, নিৰণ**—তোমাক খটাত কৈ কুঁজাত খটাই ভাল। মই তোমাক কৈ আহিলোঁ, হাৰ-গছ লৈ আহিবা, হাৰ যে নায়েই মানুহটোকো দেখা পাবলৈ নাই। আগলৈকো কেতিয়াবা মিতিৰ ৰাখিব লাগিব বুলি এতিয়াই তাৰ মুৰ মাৰিলা।

**সোণেশ্বৰ**—থওক, থওক, আপোনাৰ ধেমালী এতিয়া সামৰি থওক। মই যে আপোনাক হাৰ-গৰ দিছিলোঁ, তাৰ সোণ জুখি, সোণৰ ভাও চাই আৰু গঢ়পিট চাই, তাৰ বেচৰ পৰা, এওঁক দিব লগীয়া টকা দিও, পাঁচ শ টকা বাঢ়ি

থাকিব। অনুগ্ৰহ কৰি এওঁক ৰূপ কেটকা দি বিদায় কৰি দিয়ক, যাবলৈ বৈ আছে।

**মা, নিৰণ**—মোৰ লগত তো এতিয়া ধন অহা নাই; আৰু মোৰ এই ফালে অলপমান সকাম আছে, মই যাব লাগে; তুমিয়েই এওঁক মোৰ ঘৰলৈ লৈ যোৱাঁ। হাৰ-গছ আমাৰ ঘৰৰ ঘৈণীৰ হাতত দি টকা লৈ এওঁৰ ধাৰ মাৰিবা। মই তোমা-লোকেৰে সৈতে কিজানি একে লগেই ওলাওঁ গৈ।

**সোণেশ্বৰ**—তেনেহলে হাৰ-গছ আপুনিয়েই দিব গৈ।

**মা, নিৰণ**—নহয়, তুমিয়েই লৈ যোৱাঁ, মই জোখৰ বেলিত নাপওঁগৈ কিজানি।

**সোণেশ্বৰ**— বাৰু মযে নিওঁ। হাৰ-গছ আহিছে জানো লগত।

**মা, নিৰন**—মোৰ হাতত নহলেও তোমাৰ হাততে থাকিব পায়। নহলে তুমি কিজানি সুদা মুখে উভতি আহিব লগাত পড়িব।

**সোণেশ্বৰ**—নহয়, বুজিছেনে আপুনি সেইবোৰ কথা এড়ক; হাড়-গছ দিয়ক, ভদ্ৰলোকজন বৈ আছে। যাবলৈ বতৰ ভাল হৈছে; মই হে ইমান পৰ ৰাখি থৈছোঁ।

**মা, নিৰণ**—কি হেঁ! কথাত ৰব নোৱাৰি এইখান কি ফাং-ফুং গোৱাঁ। হাৰ-গছ ননাৰ বাবে মই তোমাক দুএবাৰ কবৰ চাবি, দন্দুৰী তিৰোতাৰ দৰে আগেয়ে তুমি হে আকৌ বাজি উঠিছা। বাজিব লাগে টেমি-কটাৰি বাজিছে হাচতি।

**অনিৰাম**—বেলি হয়, শুনিছেনে ! মই মাতিছোঁ। আমাক বিদায় দিয়ক ।

**সোণেশ্বৰ**—নুশুনিছে, তেওঁ মোক কেনেকৈ ধৰিছে ;—হাৰ-গছ ! [ **হাত মেলি খোজে।**

**মা, নিৰণ**—লৈ যোৱাঁ আমাৰ ঘৰৰ ঘৈণীক দি ধন লৈ আহাঁ গৈ ?

**সোণেশ্বৰ**— যাওক ! যাওক ! এতিয়াই আপোনাক হাৰ-গছ নিদিছিলোঁ। হাৰ-গছকে দিয়ক, নহলে টোকা এডোখৰ দি মোক পঠিয়াই দিয়ক ।

**মা, নিৰণ**—ছিঃ ! ছিঃ ! ইমান ধেমালী ভাল নেলাগে। কতা, হাৰ কতা চাওঁ ?

**অনিৰাম**—ধেমালী-কথা শুনি থাকিলে মোৰ গা নুজুৰায়। ডাঙ্গৰীয়া ! মোক আপুনি কি কয় এটা কওক ; নহলে এতিয়াই এওঁক কোটোৱালৰ হাতত দিম ।

**মা, নিৰণ**—তোমাক কি কব লাগে কোৱাঁ ?

**সোণেশ্বৰ**—হাৰৰ বেচৰ বাবে যে মোক ধন দিব লাগে ।

**মা. নিৰণ**—হাৰ নাপাওঁ মানে মই তোমাক একো দিব নালাগে।

**সোণেশ্বৰ**—কিয়, এই আধা-ঘণ্টাৰ আগেয়ে আপোনাক হাৰ দিছোঁ নহয়।

**মা, নিৰণ**—তুমি মোক কেতিয়াও দিয়া নাই। তুমি এনেকৈ কোৱাত মোৰ বৰ অন্যায় হৈছে।

**সোণেশ্বৰ** — আপুনি অস্বীকাৰ কৰাৰ পৰা মোৰ তাতোকৈ অন্যায় হৈছে। ভাবি চাওক চোন এই দৰে হলে মানুহে মোক কেলেই বিশ্বাস কৰিব।

**অনিৰাম**— কোটোৱাল! মোৰ গোচৰ অনুসাৰে এওঁক এতিয়াই ধৰ।

**কোটোৱাল**—মহাৰাজৰ দোহাই! মই তোমাক বন্দী কৰিলোঁ।

**সোণেশ্বৰ**—মোৰ ভাল খ্যাতি আছিল!—হয় এতিয়াই মোক টকা দিয়ক, নহয় মই আপোনাক এতিয়াই কোটোৱালৰ হাতত দিম।

**মা, নিৰণ**—যি বস্তু মই চকুৰেই দেখা নাই তাক মই দিবলৈ গাতলম? বাৰু, তোৰ সাহ আছে যদি মোক ধৰা চোন চাওঁ।

**সোণেশ্বৰ**—কোটোৱাল! মোৰ সলনি এওঁকে ধৰ, মোক এই দৰে লোকৰ আগত অপমান দিলে মোৰ সোদৰ ভাইকো নেৰোঁ।

**কোটোৱাল**—মই আপোনাক বন্দী কৰিলোঁ। গোচৰ শুনিছেই।

[ **মা, নিৰঞ্জনলৈ চাই।**

**মা, নিৰণ**— বাৰু, মই জামিন দিব নোৱাৰোঁ মানে বন্দী হলোঁ। কিন্তু, হেৰ চাই-খোচৰা সোণাৰি! সোণ চুৰ কৰি কৰি গোটোৱা তোৰ আটাইখিনি ধন ভাঙ্গিলেও তোৰ গা সৰা টান হব!

## কামপুৰীয়া কলিমনৰ প্ৰবেশ।

**কা, কলি**—দেউতা! এখান জাহাজ পোৱা হৈছে। গৰাকীলৈ আৰু আপোনালৈ হে বৈ আছে। আমাৰ তালি-টোপোলা সোপাকে তুলি-মেলি থৈ আহিছো। জাহাজ মেলিবৰ সময় হৈছেই। আপোনালোকে মাথোন উঠিব গৈ হে লাগে।

**মা, নিৰণ**—কি অ বলিয়া; কি জাহাজ মোলৈ বৈ আছে?

**কা, কলি**—কিয়! আপুনি যি জাহাজ বিচাৰিবলৈ পঠিয়াইছিল।

**মা, নিৰণ**—মতলীয়া গোলাম! মই তোক জৰী এগছলৈ হে পঠিয়াইছিলোঁ।

**কা, কলি**—দেউতা! আপুনি মোক এতিয়াই জৰীলৈ পঠিয়ালে নে? (ডিঙ্গি দেখুৱাই)। মোক জাহাজৰ ভু লবলৈ হে পঠাইছিল।

**মা, নিৰণ**—যা, যা, এতিয়া মই তোৰে সৈতে চুপতি নকৰোঁ। মই আহৰি পালে ভালকৈ মোৰ কথা শুনিবলৈ তোৰ কাণ দুখানক শিকাম! তৰাৰ বায়েকৰ তালৈ লড়ি যা; এই কাঠীটো দি ধনৰ মোনাটো খুজিছে বুলি কবি। আৰু কবি, বাটত মই বন্দী হৈ বৈ আছোঁ। ধন দি পঠিয়ালে হে মুকলি হৈ যাব পাৰিম। (কলিমনে ইমুখ সিমুখ কৰে) গোলাম! তই

এতিয়াই যা। কোটোৱাল। বল, ধন নাহে মানে মই বন্দীশালত থাকে। গৈ।

[ অনিৰাম, সোণেশ্বৰ, কোটোৱাল, আৰু মা, নিৰঞ্জনৰ প্ৰস্থান।

**কা, কলি**—তৰাৰ বায়েকৰ তালৈ ? তৰা নো কোন ? অ, অথনি যে ডুপৰীয়া ভাত খাইছিলোঁ। সেই ঘৰতে সেই ছোৱালীটিকে তৰা বুলিছিল নহয়। তেওঁৰে বায়েকৰ কথা কৈছে হবলা, হয় ! যত ভাদৈয়ে মোক পৈ বুলি ধৰিছিল। তাই হে যি জনী মই আঁকোৱালেও নাপাওঁ। কি কৰিম, যাবৰ মন নহলেও যেনেতেনেকৈ যাবই লাগিব। গিৰীহঁতৰ আজ্ঞা লগুৱাই পালিবই লাগিব।

[ প্ৰস্থান।

---

## দ্বিতীয় দৰ্শন।

মায়াপুৰীয়া নিৰঞ্জনৰ ঘৰ।

### মালতী আৰু তৰাৰ প্ৰবেশ।

**মালতী**—হয় নে, তৰা, তেওঁ তোক এনেকৈ ফুচুলাই-ছিল নে? তই তেওঁৰ আও-ভাও দেখি সেই বিলাক কথা তেওঁ পেটৰ পৰা কৈছিল যেন তোৰ মনে ধৰে নে? হয় নে নহয় সচাঁকৈ ক চোন? তেওঁ তেতিয়া ৰঙ্গা পৰিছিল নে সেতা পৰিছিল? ৰঙ্গমুৱা নে বেজাৰমুৱা যেন দেখিলি? তেওঁৰ গঢ়-গতিক চাই পেটৰ ভাব কেনে যেন পালি?

**তৰা**—পোনেই তেওঁৰে সৈতে তোমাৰ একো সম্বন্ধ নাই বুলিয়েই কলে।

**মালতী**—এৰা, তেওঁ সম্বন্ধ থকাৰ দৰে তো মোক ব্যৱহাৰ কৰা নাই। মোৰ বেজাৰো তাতে হে।

**তৰা**—আকৌ শপত খায়েই কলে বোলে "মই এই দেশৰ মানুহেই নহওঁ।"

**মালতী**—শপতটি সচাঁ হৈছে। বিয়াৰ সঙ্কল্পটি হে মিচা কৰিলে।

**তৰা**—তাৰ পিচত মই তোমাৰ হৈ খাটিছিলোঁ।

**মালতী**—তেওঁ কি কলে?

**তৰা**—মই তোমাৰ নিমিত্তে তেওঁক প্ৰেম-ভিক্ষা কৰি-

বলৈ যাওঁতে দেখোন তেওঁ হে মোৰ প্ৰেম-ভিক্ষা কৰিব খোজে।

**মালতী**—কি কৰি নো তেওঁ তোৰ প্ৰেম পাবলৈ আশা কৰিলে ?

**তৰা**—সচৰাচৰ মানুহে যেনেকৈ কৰে। তেওঁ প্ৰথমে মোৰ ৰূপ বখানিলে, তাৰ পাচত মোৰ কথাক প্ৰশংসা কৰিলে।

**মালতী**—তই কিবা মধুৰ-কথা কৈছিলি নে কি ?

**তৰা**—বিতত নহবা চোন ?

**মালতী**—নহৈ নোৱাৰোঁ, হমেই হম। মোৰ মনৰ আশা পূৰ নহলে তেও মুখৰ হেপাহ পলাব। তেওঁ নো দেখিবলৈ কি টো ? খেৰৰসনি ডাঙ্গ যেন। বেকামুৱা, বুঢ়া শগুণা গাটো তিনি-ভেঙ্গুৰা। গঢ়ৰ ফালে তো সেই। ইপিনে আকৌ—নিবোধ, অভদ্ৰ, পাপী, ভোদা, নিমৰম। শৰীৰত গঢ় নাই মনতো অধম ॥

**তৰা**—তেনে হলে এনে জনলৈ নো কাৰ মন যাব। তোমাৰ আপদ গল ভাল হল। এতিয়া বেজাৰ কৰিছা কিয় ?

**মালতী**—মুখৰে কলেও পেটে নসহে নহয়। মুখৰে যদিও শাও-সপনিকে দিছোঁ, মনেৰে তেওঁৰ কেনেকৈ ভাল হব ইয়াকে হে চিন্তিছোঁ।

কামপুৰীয়া কলিমনৰ প্ৰবেশ।

**কা, কলি**—এতিয়াই যাওক! পেৰাটো, মোনাটো! সোনকাল কৰক!

[ সচাৰটো দি।

**তৰা**—তই নো এনেকৈ নিধাতু খাইছ কিয়?

**কা, কলি**—লড়োতে! লড়োতে!

**মালতী**—তোৰ দেউতাৰ কত আছে? তেওঁ ভালে আছেনে?

**কা, কলি**—নাই! নৰকতকৈও গৰ্হিত বন্দীশালত আছে। এটা নিৰ্দ্দয়, নিষ্ঠুৰ, কাঠ-চিতিয়া, পিশাচে তেওঁক ৰজাৰ আগত ঠিয় কৰিবলৈ বন্দী কৰি থৈছে।

**মালতী**—কি! কি! কি হৈছে ক চোন?

**কা, কলি**—আৰু মই একো নাজানোঁ, কিবা গোচৰত পড়ি তত বন্দী হৈছে।

**মালতী**—কি তেওঁক বন্দী কৰিছে? কোনে কৰালে?

**কা, কলি**—কোনে কৰালে মই কব নোৱাৰোঁ। মুঠেই এটা কোটোৱালে বন্দী কৰিছে ইয়াকে হে জানোঁ। সোন-কালে ধনৰ মোনাটো উলিয়াই দিয়ক।

**মালতী**—আইটী, যা, মোনাটো উলিয়াই আনগৈ।

[ তৰাৰ প্ৰস্থান।

কি আচৰিত ! মোক নোসোধাকৈ তেওঁ ধন ধাৰ কৰিছিল নে ? সেই টকা খৎ দি ধাৰ কৰিছিল নে ?

**কা. কলি**—খৎ দিয়া নাই ; হাৰ এগছৰ বাবে। সেইয়া বাজিছে আপুনি শুনা নাই নে !

**মালতী**—কি হাৰ ?

**কা, কলি**—নহয়, নহয়, হাৰ বজানাই ; ঘণ্টা বাজিছে। এতে বেলি মই য.বই লাগিছিল; দুই বজাৰ পাচত মই তৰ পৰা আহিছিলোঁ, এতিয়া এক বাজিলেই।

**মালতী**—কি ক, সময় উভতি আহে ? মই এনেকথা কেতিয়াও শুনা নাই।

**কা, কলি**—কিয়, যেতিয়া কোটোৱালক দেখা পায়, তেতিয়া সময় ভয়তে উভতি নাহে নে ?

**মালতী**—সময় যেন ধৰুৱা হে ! বলিয়াৰ দৰে কথা বোৰ কিয় ক ?

**কা, কলি** — অলপ-অচৰপ ধৰুৱা নহয়, দোপাত ধৰুৱা : দেৱলীয়া ; তাৰ ওপৰতে চোৰ বিদ্যা ফেৰিও আছে। কিয়, আপুনি মানুহে কোৱা শুনা নাই নে, বোলে দিনতেই বা ৰাতিতেই সময় চোৰৰ দৰে কেতিয়া নো আহে, কেতিয়া নো যায়, কবই নোৱাৰোঁ। যদি সময় ধৰুৱাও হল, চোৰো হল, তেনেহলে নো বাটত কোটোৱালক দেখা পাই এদিনত এঘণ্টাকৈ পিচ হুঁহকি যোৱাটো কি আচৰিত কথা ?

**[মোনা লৈ তৰাৰ প্ৰবেশ।**

**মালতী**—যা। এই মোনাৰ ভিতৰতে ধন আছে; বেগাই লৈ যা! ধনদি দেউতাৰক মোকোলাই লৈ আহ গৈ। আইটী, চ চোন্ মই গপতে গেলিলোঁ। মই গপতে সুখ কৰিছিলোঁ, এতিয়া গপতে দুখ কৰিব লগীয়া হল।

[ **প্ৰস্থান**।

---

## তৃতীয় দৰ্শন

কামপুৰীয়া নিৰঞ্জনৰ প্ৰবেশ।

**কা, নিৰণ**—ইয়াত দেখোন মোক দেখি সম্ভাষা নকৰা এনে মানুহ এটা নাই। মই যেন সকলোৰে বহুদিনীয়া চিনাকি বন্ধু হে! সকলোৰেই মোক নাম কাঢ়ি মাতে। কোনোৱে ধনকে যাচেহি। কোনোৱে খাবলৈকে মাতে। কোনোৱে শলাগকে লয়; মই যেন বৰ উপকাৰ হে কৰি থৈছোঁ। কোনোৱে আকৌ লাগতিয়াল বস্তুকে মোৰ ওচৰলৈ লৈ আহে। এতিয়াই জোলা এটাই মোক তাৰ দোকানলৈ মাতি নি পাতৰ কাপোৰৰ আঁহি দেখুৱাই মোৰ গাৰ জোখকে ললে। নিশ্চয় এইবিলাক মনৰ হে ভ্ৰম; আৰু ই মায়াৰ দেশ। ভালেতো হে ইয়াৰ মায়াপুৰ নাম।

## কা. কলিমনৰ প্ৰবেশ।

**কা, কলি**—দেউতা ! আপুনি আনিবলৈ পঠোৱা ধন এইয়া। আপুনি সেই পিশাচৰ হাত সাৰি আহিল হবলা ?

**কা, নিৰণ**—কৰ ধন ? কৰ পিশাচ ?

**কা, কলি**-মৰিশালিৰ পিশাচ নহয় ; বন্দীশাল ৰখোঁতা জন হে। আপোনাক যি আগত লৈ চলাই-ভুলাই লৈ ফুৰিছিল।

**কা, নিৰণ**—তই কি কৈছ, মই দেখোন একো বুজিব পৰা নাই ?

**কা, কলি**—কিয় ? ইয়াকো বুজিব পৰা নাইনে ? যি জনে কঁকালত গৰু-ছালৰ পেটী মাৰি গা ঘেলাই ফুৰে ; যি জনে, সোধ পোছ নোহোৱা কৈয়ে, যাকে তাকে, কথাত ভাল বেয়া নিবিচাৰি, সাউংকৰে ধৰে ; যি নাবা বোলোঁতেই চাৰি চাপৰ বজাই, বা বুলিলে যাৰ লেখ জোখেই নাই ; যি জন নপতা-ফুকনৰ কল মাৰিৰ কোৰ ভীমৰ গদাৰ কোবত কৈও টান ; সেইজন পুৰুষক নাজানে নে ?

**কা. নিৰণ**—কি, কোটোৱালৰ কথা কৈছ নে কি ?

**কা, কলি**—হয়, সেই জন পুৰুষৰে কথা কৈছোঁ। মানুহে কথাত ধৰ নোৱাৰি যাৰ হাতত পড়ি ৰজাৰ আগত ঠিয় হবলৈ পায়।

**কা. নিৰণ**—তোৰ বলিয়ালি খন এড়, আজি ৰাতি

কোনোবা জাহাজ মেলিব নে? থাকু আমি যাব পাৰিম নে?

**কা, কলি**—আজি ৰাতিয়েই এখন জাহাজ মেলিব বুলি মই এঘণ্টাৰ আগেয়ে আপোনাক কৈ নগৈছিলো; তেতিয়া আপোনাক কোটোৱালে ধাৰ ৰাখিছিল নহয়। তাক দি মুকলি হবলৈ মোক আনিবলৈ পঠিওৱা টকা এইয়া।

**কা, নিৰণ**—তোক কিহবাই পাইছে; মোৰো সেইয়ে গতি। আমি কেৱল ভ্ৰমতেই ফুৰিছো। হে প্ৰভু! আমাক বিপদৰ পৰা পৰিত্ৰাণ কৰা!

## সোণপাহীৰ প্ৰবেশ।

**সোণপাহী**—ভাল পালোঁ, ভাল পালোঁ: অ সোণাৰিক লগ পাইছিল হবলা। মোক আজি দিব খোজা হাৰ এই গছেই নে কি?

**কা, নিৰণ**—ডাইনী! মোৰ ওচৰলৈ নাচাপিবি!

**কা, কলি**—দেউতা! এই জনীয়েই ডাইনী নে?

**কা, নিৰণ**—এৰা।

**কা, কলি**— নহয়, এই ডাইনীৰ বুঢ়ী মাক হে। নেদেখিছে কেনে মূৰ্ত্তি। অ সুন্দৰীৰ বেশ ধৰি আমাক ভুলাই নিবলৈ আহিছে। দেউতা! আপুনি তাইৰ ওচৰলৈকে নাযাব। গুচি যা বেটী!

**সোণপাহী**— ডাঙ্গৰীয়া, আপোনালোকৰ গিৰীহঁত

আৰু লগুৱা দুয়ো খেমেলীয়া। মোৰ লগত বলক, মোৰ তাতে আজি খোৱা-বোৱা কৰিব।

**কা, কলি**— দেউতা! এইৰ লগত নাযাব। যাবৰ হলে আগেয়ে পেটটো বঢাই লৈ যাওক।

**কা, নিৰণ**—কিয়?

**কা, কলি**— নাজানে নে, ডাইনীৰ লগত খাবলৈ বহিলে খায়েই থাকিব, উঠিব আৰু নোৱাৰে।

**কা, নিৰণ**—তই মোক খাবলৈ মাতিছ? কৰবাৰ এই জনী ডাইনী! মোক এৰি গুচি যা ইয়াৰ পৰা!

**সোণপাহী**— মোৰ হীৰা-পান্নাৰা আঙ্গঠিটো যে আপুনি আনি মোক হাৰ গোত দণ্ড বুলিছিল, তাকে দিয়ক, নহলে মোৰ আঙ্গঠিটোকে ঘূৰাই দিয়ক: মই গুচি যাওঁ। মই ইযাঃ দন্দ কৰিবলে অহা নাই।

**কা. কলি**—এই নো কি ডাইনী ঐ! অইন বোৰ ডাইনীয়ে কটা-নখ, কাপোৰৰ দহি, চিগা-চুলি, গাৰ মলি, চালৰ কুটা, চিগা-বেজি, তামোলৰ বাকলি, আৰু ভৰিৰ ধূলি হে বিচাৰে। এই দেখোন কয় বোলে আঙ্গঠিটোকে দিয়া, নাইবা হাৰ-গছকে দিয়া। এওৰ সোণলৈ বৰ হেপাহ। দেউতা সাৱধান! এইৰ গাত দেখোন বেনেবা হে। আপুনি কুটা এডালকে নিদিব, দিলেই এই আমাক চলিব।

**সোণপাহী**— ডাঙ্গৰীয়া! কাবৌটি কৰি মাতিছোঁ,

আঙ্গঠিটোকে দিয়ক, নহলে হাৰ-গছকে দিয়ক, মোক আপুনি মুড়ত মৰিয়াই নামাৰিব।

**কা, নিৰণ**—গুচ্ পিশাচী! বল, বল, এই ডাইনীৰ ওচৰৰ পৰা বল।

**কা, কলি**—বলক, তাইৰ হাতৰ পৰা সাৰোঁ।

[ দুইৰো প্ৰস্থান।

**সোণপাহী**—নিশ্চয় এওঁ বলিয়া হল। নহলে এওঁ কেতিয়াবা মিছা কথা কয় নে? মোক হাৰ এগছ দিম বুলি মোৰ আঙ্গঠিটো আনিলে। এতিয়া হাৰ যে নিদিয়েই, আঙ্গঠি অনাও মিছা হে মাতিছে। এইবিলাকৰ কাৰণ মই ভাবি পাইছোঁ যে এওঁ থিক বলিয়া হৈছে। মোৰ মনেৰে এই বোৰ কথা জানি হে আজি এওঁ দুপৰীয়া ঘৰলৈ যাওঁতে ঘৈণীয়েকে দুৱাৰ মাৰি এওঁক ঘৰৰ ভিতৰলৈ সোমাবকে নিদিলে। মই নো এতিয়া কি কৰোঁ। আঙ্গঠিটো অলপ টকাৰ বাহানি নহয়, এশ টকাত কিনা। এওঁৰ ঘৰলৈকে যাওঁ; ঘৈণীয়েকক কওঁ গৈ—তোমাৰ ডাঙ্গৰীয়াৰ বলিয়া হৈ, আজি মোৰ ঘৰত বলেৰে সোমাই, মোৰ হাতৰ পৰা আঙ্গঠিটো আজুৰি কাঢ়ি আনিলে।—হয়, এইয়ে ভাল উপায়। ইমান টকাৰ আঙ্গঠিটো পানীত পেলাব নোৱাৰোঁ।

[ প্ৰস্থান।

---

[ ৫ ]

## চতুৰ্থ দৰ্শন।

ৰাজআলি ।

### মা, নিৰঞ্জন আৰু কোটোৱালৰ প্ৰবেশ।

মা, নিৰণ—কোটোৱাল, তই মোৰ নিমিত্তে একো ভয় নকৰিবি, মই নপলাওঁ। মই যেতিয় তোৰ বন্দী হইছোঁ, নিশ্চয় কইছোঁ মই যোৱাৰ আগেয়েই দিব লগীয়া ধন তোক দি হে যাম। আজি মোৰ ঘৰৰঘৈণীজনাৰ কিবা হৈছে ; তেওঁ মোৰ মানুহটোক অলপতে বিশ্বাস নকৰে। এই নগৰত যে মই বন্দী হম, এনে কথা তেওঁ কেতিয়াও নপতিয়াই। সৌটো মোৰ লগুৱাটো

### মায়াপুৰীয়া কলিমনৰ প্ৰবেশ।

আহিছে। ধন আনিব পায়। কি, অ, মই আনিবলৈ পঠিওৱা আনিছ নে ?

মা, কলি—এই গছ—মই নিশ্চয় কইছোঁ, এই গছেই এটাই মখাৰে জোৰাই-জোখাই হব।

মা, নিৰণ—ধন কতা ?

মা, কলি—কিয় জৰীৰ বেচ দিলোঁ নহয়।

মা, নিৰণ—কি ! জৰী এগচতে এহেজাৰ টকা দিলি নে ?

**মা, কলি**— মই সেই দৰত হাজাৰ গছ আনি দিব পাৰোঁ।

**মা, নিৰণ**—মই তোক ঘৰলৈ কিয় পঠিয়াইছিলোঁ ?

**মা, কলি**— কব ঘৰলৈ ! জৰীলৈ হে। মই তাকে লৈ আহিছোঁ।

**মা, নিৰণ**—সেই গছকে মই তোৰ টেঙুত লগাম ?

[প্ৰহাৰ।

**কোটোৱাল**—ডাঙৰীয়া! অলপ সহিব লাগে।

**মা, কলি**— নহয়, মই হে সহিব লাগে ; মোৰ ফালে বিধিৰ বিপাক।

**কোটোৱাল**—হেৰ, তই ভালে ভালে মুখবন্ধ কৰ !

**মা, কলি**— নহয়, তেওঁৰ হাতকে বন্ধ কৰিবলৈ কোৱা চোন।

**মা, নিৰণ**—কুকুৰৰ পো কটা, গাত গম নাইকিয়া!

**মা, কলি**— গাত গম নোহোৱা হেতেন ভালেই আছিল, আপোনাৰ কিল কেটাৰ তেও গম নাপালো হেতেন।

**মা, নিৰণ**— গাধৰ দৰে তই মাথোন কিলৰ হে গম পা।

**মা, কলি**—হয়, মই গাধই হে হয়। মোহাৰি মোহাৰি মোৰ কাণ দুখন গাধৰ দৰে দীঘল কৰি থৈছেই নহয়।

আইৰ পেটৰ পৰা ওলাবৰে পৰা মই এওঁৰ গোলাম খাটি মাথোন কিলৰে হে খাব খাইছোঁ। গাত জহ লাগিল, দুটা ভুকুৰেই শীতল কৰি দিলে। জাৰ লাগিল, দুটা কিলেৰে উম লগাই দিলে; শুলোঁ, এটা ভুকুৰেই জগাই দিলে। বহি থাকিলোঁ, এটা ঠিয়া-কিলতে ঠিয় হৈ পৰিলোঁ। কৰবালৈ যাব লাগিলে একে ভুকুতেই ওলাই লৰ মাৰোঁ। এঠাইৰ পৰা আহিলে কিলেৰে হে আগবঢ়াই আনে। মোৰ পিঠিটো জানিবা মগনিয়াৰৰ জোলোঙ্গা হে; দি থাকে, লৈ থাকোঁ। মাৰি মাৰি মুঠেই ঠেঙ্গ এটা ভাঙ্গি দিলেই ৰক্ষা পাওঁ; লাখুটী লৈ তেও ঘৰে ঘৰে মাগি ফুৰিব পাৰোঁ।

**মা. নিৰণ**—ৰ! সোৰা তৰাইত আহিছে।

**মালতী, তৰা, সোণপাহী আৰু টকৰুৰ প্ৰবেশ।**

**মা, কলি**—আই! আজিহে আজি; আপোনাৰ ফালে আজি সাঙ্গ! পথা লগাই লব হে খুজিছে!

**মা. নিৰণ**—মনে মনে নাথাক নে? [ **প্ৰহাৰ।**

**সোণপাহী**—এতিয়া কি কব? আপোনাৰ ডাঙ্গৰীয়া বলিয়া নহয় নে?

**মালতী**— তেওঁৰ গতিক চাই মোৰ তেনে মনে ধৰিছে। ওজা! তুমি মন্ত্ৰ-তন্ত্ৰ জৰা-ফুকাত পাৰ্গত; পাৰা যদি এওঁক ভাল কৰি দিয়া চোন, তোমাক যিহকে লাগে মই তাকে দিম।

**তৰা**—ঔ আই! তেওঁৰ চকু দুটা কেনে ৰঙ্গা হৈছে!

**সোণপাহী**—দেখিছে নে, কেনেকৈ তেওঁ কঁপিছে।

**টকৰু**—চাওঁ, আপোনাৰ হাতখন মেলি দিয়ক চোন, নাড়ীডাল চাওঁ।

**মা. নিৰণ**—এইখন হাত। তোৰ কাণখন চাওঁ।

[ **বেজক প্ৰহাৰ**।

**টকৰু**——

নমো চক্ৰবান উতপতি ভৈলা।
ত্ৰিদশ দৈত্যৰ মায়া সংহৰিবে লৈলা॥
চৌষষ্টি যোগিনীৰ বান কাটি খণ্ড খণ্ড কৰিলা।
হুম্ হুম্ গিৰ্ গিৰ্ সাগৰৰ মলা।
উপজিল বসুমতী কান্দনি কলা॥
ওজাই বোলে মই আহোঁতে হালোঁতে খেৰি খেলাওঁতে।
তিনিমুৰী বাটত লগকে পাওঁতে।
হানিলোঁ অস্ত্ৰ, মাৰিলোঁ জালি।
পাতালে পাঠালোঁ সমূলে উভালি॥
ডাইনী যক্ষিনী স্বস্থানক যা।
জলসাই, থলসাই, মৰড়ি পলা॥
ভূত, প্ৰেত, যক্ষ, পিশাচ, বেতাল।
কোটৰা, বেৰতীৰ মই কাল॥
ব্ৰহ্মাৰ বাক্য শিৰৰ শূল।
নামানিলে হবি সমূলী নিৰ্ম্মূল॥

অং, হ্রীং, লৃং, জৃং ফট স্বাহা ॥

**[ দীঘল কৈ ফু মাৰি গাত সৰিয়হ চতিয়াই দিয়ে। ]**

**মা, নিৰণ**—ৰ, ৰ. ভণ্ড বাজীকৰ, মই বলিয়া নহওঁ।

**মালতী**—দেহি ঐ! নহলে তো ভালেই!

**মা, নিৰণ**—বেটী, এই কেটাই তোৰ পৈয়েৰ নে কি? ইহঁতকে লৈ তই আজি তুপৰীয়া তুৱাৰ ডাঙ্গদি, ভোজপাতি, খিকিন্দালি মাৰি আছিলি! মই ইমানকৈ মাতিলতো মোক সোমাব নিদিলি!

**মালতী**—ডাঙ্গৰীয়া! ঈশ্বৰে হে জানে আপুনি আজি ঘৰত ভাত খাইছিলে নে নাই। আপুনি ইমান পৰ ঘৰত থকা হেতেন এই অপমান আৰু লাজৰ হাত সাৰিব পাৰিলে হেতেন।

**মা. নিৰণ**—মই ঘৰত ভাত খাইছিলোঁ! পাপিষ্ঠ, তই কি ক?

**মা, কলি**—হয়, দেউতা. আজি সঁচাসঁচিকৈয়ে ঘৰত ভাত খোৱা নাই।

**মা, নিৰণ**—আজি মোক সোমাবলৈ নিদি তুৱাৰ মাৰি থোৱা নাই নে?

**মা. কলি**—হয়তো, তুৱাৰ মাৰি থৈ সোমাবলৈ নিদিলে।

**মা, নিৰণ**—আৰু তাতে তাই মোক গালি পৰা নাই নে?

**মা, কলি**—হয়, তেওঁ নিজ মুখেৰেই গালি পাৰিছে।

**মা, নিৰণ**—মই খঙত শুচি অহা নহয় নে ?

**মা, কলি**—আহিছিল, হয় দেউতা। সেই খঙৰ চিন মোৰ পিঠিত এতিয়ালৈকে আছে।

**মালতী**—এই দৰে ওভোতা উত্তৰ কাটি থাকিলে কিবা লাভ হব জানো ?

**টকৰু**—আপুনি সেইবোৰ কথাত একো লাজ নাপাব। সি শলগা দেখি, ভূতে লাই পাই যিহকে পায় তাকে বকিছে।

**মা, নিৰণ**—তয়েই সোণাৰিটোক মোক বন্দী কৰাবলৈ লগাই দিছিলি ?

**মালতী**—এ ৰাম ! কলিমনে মোক লড়ি গৈ কলতে আপোনাক মুকলি কৰিবলৈ ধনৰ মোনাটো মই তেতিয়াই তাৰ হাতত পঠিয়াই দিছো নহয়।

**মা, কলি**—মোৰ হাতত ! আপুনি ভাল কথাবোৰ কব পাৰে আইহে। দেউতা, মই শপত খাই কব পাৰোঁ, মোৰ হাতত কুটা কড়ি এটাকে দিয়া নাই।

**মা, নিৰণ**—তই ধনৰ মোনাটো আনিবলৈ ঘৰলৈ যোৱা নাই নে ?

**মালতী**—সি গৈছিল ; গৈ পালতে মই মোনাটো তাৰ হাতত দি পঠিয়াই দিছোঁ।

**তৰা**—ময়েই ধনৰ মোনাটো উলিয়াই আনিছিলোঁ নহয়; আৰু মোৰ আগতে বাইদেৱে তাৰ হাতত দিছে নহয়।

**কা, কলি**—ইঃ ৰাম ৰাম! ঈশ্বৰে আৰু গুৰী-ৰতা মানুহটোৰেই জানে নহয়।

**টকৰু**—আই, গিৰীইত-লগুৱা দুইকো ভূতে পাইছে। তেওঁবিলাকৰ মুখ সেতা দেখিয়েই মই চিনি পাইছোঁ। দুইকো ধৰি বান্ধি এন্ধাৰ ঘৰ এটাত হে থবগৈ লাগিল।

**মা, নিৰণ**—(মালতালৈ চাই) বাৰু ক চোন, আজি নো মোক ঘৰৰ ভিতৰলৈ সোমাব নিদি দুৱাৰ মাৰি কিয় থৈছিলি? (কলিমনলৈ চাই) আৰু কলিমন ক চোন, তই নো ধনৰ মোনাটো নাই অনা বুলি কিয় ক?

**মালতী**—নহয়, ডাঙ্গৰীয়া, মই আপনাক বাহিৰত থৈ দুৱাৰ মৰা নাই।

**মা, কলি**—দেউতা! মই ধন নাই অনা; কিন্তু তত দুৱাৰ মাৰি থৈছিল; মই শপত খাই কব পাৰোঁ।

**মালতী**—দুষ্ট গোলাম! তোৰ দুইটা কথা মিছা।

**মা, নিৰণ**—বেটী ব্যভিচাৰিণী! তই সকলো কথাতে অবিশ্বাসী। এই পাষণ্ড মথাৰে মন্ত্ৰণা কৰি মোক লোকহাঁহি-য়াত কৰিছ। মোক বলিয়া পাতি ৰঙ্গ চোৱা তোৰ ধেন্দেলা চকু দুটা এই নখেৰেই ঘৃকিম!

**৩,৪ টা মানুহৰ প্ৰবেশ, আৰু মা, নিৰঞ্জনক বান্ধিবৰ চেষ্টা ; মা, নিৰণৰ আজোৰা-আজুৰি।**

**মালতী**—বান্ধ! বান্ধ! বান্ধ! মোৰ ওচৰলৈ আহিব নিদিবি।

**টকৰু**—আৰু কোন গাছ আহ হক! ভূতে পাইছে দেখি বৰকৈ বল বাঢ়িছে।

**তৰা**—আইঐ! চোৰা চোন, তেওঁৰ মুখখন কেনে সেতা পড়ি গৈছে!

**মা নিৰণ**—কি তইতে মোক বধ কৰিব খুজিছ নে কি? কোটোৱাল! মই তোৰ হাতত বন্দী, তই আগতে থাকি তোৰ আগৰ পৰা মোকলৈ যাবলৈ দিয় নে?

**কোটোৱাল**—তোমালোকে তেওঁক এড়ি দিয়া: তেওঁ মোৰ হাতত বন্দী। তোমালোকে তেওঁক নিব নোৱাৰা।

**টকৰু**—যা, তাকো বান্ধ গৈ, তাকো ভূতে পাইছে।

[কলিমনক বান্ধিবৰ চেষ্টা।

**মালতী**—কুৰবুধায়া কোটোৱাল, কি কৰিব খুজিছ? বিপদত পৰি এজন দুৰ্কপলীয়া মানুহে আপোনাৰ মঙ্গহ আপুনি খোৱা দেখি ভাল পা নে কি?

**কোটোৱাল**—তেওঁ যেতিয়া মোৰ হাতত বন্দী; তেওঁক এড়ি দিলে তেওঁ দিব লগীয়া ধন মই হে ভৰিব লাগিব। মই এড়ি দিব নোৱাৰোঁ।

**মালতী**—মই ইয়াৰ পৰা যোৱাৰ আগেয়েই তোক ধন দি হে যাম ; তই ভয় নকৰিবি। মুঠেই কাক ধন দিব লাগে তাৰ তাসে মোক লৈ বল। তাক ধন নো কি বাবে দিব লাগে মই শুধি-পুছি লেঠা মাৰিম। হেৰা ওজা, চোৱাঁ সোন! তেওঁক সাৱধানে ঘৰলৈ লৈ যোৱাঁ। —আজি মোৰ কি অমঙ্গলীয়া দিন!

**মা, নিৰণ**—উস্! কি অসুখীয়া নটিনী তিৰোতা এই জনী।

**মা, কলি**—দেউতা, মই আপোনাৰ নিমিত্তে ইয়াতে বান্ধত পড়িলোঁ।

**মা. নিৰণ**—গুচ্ দগাবাজ। তই হে মোক বন্দিয়া কৰিছ।

**মা, কলি**—মোক নালাগে নে? বাৰু তেন্তে ; ভূতওঁ ভূত!

**তৰা**—শ্ৰীবিষ্ণু! শ্ৰীবিষ্ণু! দুৰ্কপলীয়া হঁত. কি কথা-বোৰ ক!

**মালতী**—তোমালোকে তেওঁক ইয়াৰ পৰা লৈ যোৱাঁ হঁক। তৰা. তই মোৰ লগত আহ।

**। মালতী, তৰা. সোণপাহী আৰু কোটোৱালত বাজে সকলোৰে প্ৰস্থান।**

কোটোৱাল, ক চোন এতিয়া, কাৰ গোচৰত নো তেওঁক বন্দী কৰিবলি?

**কোটোৱাল**— সোণেশ্বৰ দলৈৰ। আপুনি তাক চিনি পায় নে ?

**মালতী**—মই তাক চিনি পাওঁ। কিমান ধন নো তাক তেওঁ দিব লাগে ?

**কেটোৱাল**—৫হেজাৰ টকা।

**মালতী**—কি বাবে নো দিব লাগে ?

**কোটোৱাল**— আপোনাৰ ডাঙ্গৰীয়াই তাৰ পৰা সোণৰ হাৰ এগছ লোৱাৰ বাবে।

**মালতী**--তেওঁ সোণৰ হাৰ এগছ মোক দিম বুলি-ছিল হয ; কিন্তু কতা দিয়া নাই।

**সোণপাহী**—আজি আপোনাৰ ডাঙ্গৰীযাই খঙ্গত মোৰ ঘৰ সোমাই মোৰ হাতৰ পৰা অঙ্গঠিটো কাঢি আনিলে। সেইটো মই তেওঁৰ আঙ্গুলিতে মই দেখি আছিচোঁ। তাৰ অলপমান পিচতে তেওঁৰ ডিঙ্গিত হাৰ এগছো দেখিছিলোঁ।

**মালতী**—হব পাৰে, কিন্তু মই হলে তাক চকুৰেই দেখা নাই। কোটোৱাল, আহ, মোক সোণাৰিৰ গুচৰলৈ লৈ বল ; মই আঁতিগুৰি মাৰি এটাই বোৰ কথা জানিব খোজোঁ।

**হাতত তৰোৱাল লৈ কা, নিৰঞ্জনৰ আৰু কা, কলিমনৰ প্ৰবেশ।**

**তৰা**—হে প্ৰভু! ৰক্ষা কৰা! গাকৌ সাঁৰা তেওঁ-বিলাক মুকলি হৈ আছিল।

**মালতী**— তৰোৱাল খনো উলিয়াই লৈ আহিছে; আকৌ বান্ধিবলৈ মানুহ মাতোঁ আহ।

**কোটোৱাল**— পলোৱা! পলোৱা! তেওঁবিলাকে আজি আমাৰ এটাই কেটাকে কাটিব!

**সোণপাহী, মালতী, তৰা আৰু কোটোৱালৰ প্ৰস্থান।**

**কা, নিৰণ**—মই দেখিছোঁ এই মায়াবিনীহঁতে হাতত দা-কটাৰি দেখিলেই ভয় খায়।

**কা, কলি**—যি জনীয়ে আপোনাৰ তিৰোতা বোলাব খুজিছিল সেই জনী এতিয়া পলাই লড় মাৰিলে।

**কা, নিৰণ**— বল আমি পকাঘাটলৈ যাওঁ। তই আমাৰ বস্তু সোপা লৈ আহগৈ। কোনোমতে এই ঠাই এৰিলেই আমি বৰ্ত্তো।

**কা, কলি**—নহয়, আজি ৰাতি ইয়াতে থাকক সিহঁতে আমাক একো নকৰে। নুশুনিছিল, সিহঁতে ভাল কথা হে কয়; আমাক সোণ হে যাচি ছিল; সিহঁত এনে ভাল মানুহ। মোক পৈ বুলি ধৰা সেই পৰ্ব্বত যেন গা টোৰে মানুহ জনী নোহোৱা হলে মোৰ মনেৰে যেন সদাই ইয়াতে হে থাকিম; আৰু সিহঁতৰ লগতে ময়ো এটা মায়াপী হম।

কা, নিৰণ— গোটেই খন নগৰৰ মই ৰজা হবলৈ পালেও আজি ৰাতি ইয়াত নাথাকোঁ। বল তালি-টোপোলা লৈ জাহাজত উঠোগৈ।

[ প্ৰস্থান।

—•—

## পঞ্চম অঙ্ক।

### প্ৰথম দৰ্শন।

ৰাজআলি, দেৱালয়ৰ সম্মুখ।

সোণেশ্বৰ আৰু অনিৰামৰ প্ৰবেশ।

**সোণেশ্বৰ**—মোৰ দোষতে যে আপুনি ইয়াত বান্ধ খাই থকা দি থাকিব লগা হল, মই তাত যি দুখ পাইছোঁ, তাক কি কম, বুজিছে নে? আপুনি আছে মই তেওঁক হাৰ-গছ হাতে হাতে দিছোঁ; কিয় তেওঁ মিছা মাতি এই মহাপাপ আচৰণ কৰিছে কব নোৱাৰোঁ।

**অনিৰাম**—বাৰু, তেওঁ নো কেনে বিধৰ মানুহ আপুনি

কি কব পাৰে ? ইয়াৰ মানুহৰ তেওঁৰ ওপৰত বিশ্বাস কেনে ?

**সোণেশ্বৰ**—অস, বুজিছে নে, সেই পাকে হলে তেওঁৰ মোলেই নাই। এই নগৰৰ সকলো মানুহেই তেওঁক বৰ ভাল পায়। তেওঁতকৈ ডাঙ্গৰ মানুহ এজন ইয়াত নাই। তেওঁৰ ওপৰত সকলোৰে বিশ্বাসো প্ৰবল। অইন কি, তেওঁৰ মুখৰ কথা একেবাৰ হলেই মোৰ যথা সৰ্ব্বস্ব তেনেই দিব পাৰোঁ।

**অনিৰাম**—বৰ, সোৰা তেওঁ এই ফাললৈ আহিছেই হবলা।

## কা, নিৰঞ্জন, আৰু কলিমনৰ প্ৰবেশ।

**সোণেশ্বৰ**—হয়! বাৰে বাৰে শপত খাই নাই পোৰা বুলি কোৱা সেই হাৰ-গছো তেওঁ ডিঙ্গিতে পিন্ধি আহিছে। আপুনি মোৰ ওচৰ চাপক চোন মই তেওঁক সোধোঁ।— ডাঙ্গৰীয়া! আপুনি মোক এনে লাজত পেলাব বুলি নাজানিছিলোঁ। আপোনাৰ বাবেই এইজনা মোৰ আত্মীয় ভদ্ৰলোকো বৰ অসুবিধাত পড়িব লগা হল। তাত বাজে, আপোনাৰো যথেষ্ট হানি হৈছে। কোটোৱালে ধৰা, আৰু বন্দীশালত সুমাই থোৱাকে আদি কৰি আপোনাৰ যি লাজ-অপমান হৈছেই, সেই ধনতে লাগিয়েই এৰোঁ ইয়াত বান্ধ খাই থাকিব লগা হল। আপুনি ধন ফেৰা দি দিয়া হলেই, এওঁ জাহাজত উঠি কোনোবাখন পালে গৈ হেতেন।

তেতিয়া যে আপুনি মিছা মাতিছিল. এই গছ হাৰ কৰ ? এই গছেই মই দিয়া নহয় নে ?

**কা, নিৰণ**—হৰ পায় তুমিয়েই দিয়া, মই তো মিছা মতা নাই।

**অনিৰাম**— মাতিছিলা তুমি মিছা. আৰু বাৰে বাৰে শপতো খাইছিলা।

**কা, নিৰণ**—( খঙেৰে ) কোনে শুনিছিল মই মিছা মতা, আৰু শপত খোৱা ?

**অনিৰাম**—( খঙেৰে ) মোৰ এই দুখন কাণেই শুনি-ছিল। তোমাৰ জীৱনত ধিক্! ভাল মানুহৰ আগত মুখ উলিয়াবলৈ লাজ লগা নাই নে ?

**কা, নিৰণ**—কি! মই মিছা কওঁ! দুৰাশয়! তোৰ ইমান সাহ! একে কোবে মুড়টো চিঙৰ দিছ নে? আহ, দুষ্ট মিছলীয়া, মই তোলৈ ভয় নকৰোঁ।

[ দুয়ো যুজ কৰিবলৈ সাজু হয়।

**মালতী, তৰা, সোণপাহী ইত্যাদিৰ প্ৰবেশ।**

**মালতী**—হে, হে, কি কৰা! নেমাৰিবা, নেমাৰিবা, তেওঁ আজি বলিয়া হৈছে। বলিয়াৰে যুজি কি হব। এজনে তেওঁৰ তৰোৱাল খন কাঢ়ি লোৱা দেওহে। লগুৱাটোকো ধৰি বান্ধাঁ, মোৰ ঘৰলৈ লৈ যাওঁ।

**কা, কলি**—দেউতা! পলাওক পলাওক! এইটো

দেৱালয়, ইয়াৰ ভিতৰতে সোমাওক, নহ'লে আমাৰ ফালে আজি সাঙ্গ!

[ দুয়ো দেৱালয়ত সোমায়।

## তাপসীৰ প্ৰবেশ।

**তাপসী**—কি হৈছে? কিয় তোমালোকে গোলমাল কৰিছা?

**মালতী**—আই, মোৰ স্বামী আপোনাৰ মন্দিৰলৈ সোমাইছে। তেওঁক ভূতেই পাইছে নে কিয়েই, কেৱলে ভ্ৰম হৈ ফুৰিছে। অনুগ্ৰহ কৰি যদি আমাক সোমাবলৈ দিয়ে আমি তেওঁক বান্ধি-চাটি ঘৰলৈ নি, বেজ-জ্ঞানী লগাব পাৰোঁ।

**সোণেশ্বৰ**—তেওঁৰ যে মনৰ কিছু বিপাক হৈছে, মই বুজিব পাৰিছিলোঁ।

**আনৰাম**—এঃ! তেওঁ নকলে আপুনি, তেনেবুলি জনা হলে মই কেতিয়াও মাৰিবলৈ খেদি নাযাওঁ। এতিয়া মোৰ মনত বেয়া হে লাগিছে।

**তাপসী**—তোমাৰ স্বামীৰ নো তেনেকুৱা হবৰ কিমান দিন হৈছে?

**মালতী**—আজি সাতদিনমান তেওঁ মনটো কিছু গধূৰ কৈ ফুৰিছিল, আজি আবেলি হে তেওঁৰ টান কৈ জাঁই উঠিল।

**তাপসী**—ইয়াৰ কাৰণ কি, কব পাৰা নে? তেওঁৰ কোনোবা আত্মীয় মানুহ হানি পড়িল নে কি? বা নাও বুৰ

তেওঁৰ অনেক ধন-সম্পত্তিয়েই নষ্ট হল ? নাইবা গুপ্ত-প্ৰেমত পড়িয়েই তেওঁৰ এই দশা হৈছে, কি কব পাৰা ?

**মালতী**—অইন একো নাই, শেহৰটি অৰ্থাৎ গুপ্ত প্ৰেমত পৰা হলেই হব পাৰে।

**তাপসী**—যদি তেনে গম পাইছিলা, তেনেহলে তুমি তেওঁক কিবা কিবি কব লাগিছিল।

**মালতী**—তাকে নকৰিলোঁ নো কি ?—কৈছিলোঁ।

**তাপসী**—হয়, কিন্তু টান মুখেৰে কোৱা নাছিলা ছাগেই।

**মালতী**—মুখৰ লাজ ৰাখি যিমান কব পাৰি, নকৈ এৰা নাই।

**তাপসী**—অকলৈ থাকোঁতে হে কোৱা মনেৰে।

**মালতী**—কিয়, সমাজৰ মাজত থাকোঁতেও কওঁ।

**তাপসী**—হয়, তেও জোখাৰে নহল যেন পাইছোঁ।

**মালতী**—বাৰু শুনক, মই নো কেনেকৈ কওঁ। শুবলৈ গৈ শুব নোৱাৰে, মই সেইবোৰ কওঁ শুণেই ; খাবলৈ গৈ খাব নোৱাৰে মই সেইবোৰ কোৱাৰ তাপতে ; অকলৈ থাকিব, মই তাকে হে উলিয়াম ; লগেৰে থাকিব মই মাজে মাজে তালৈকে হে ঠেলিয়াম ; ৰাতিয়ে দিনে মুঠেই সেইবোৰ বেয়া ইয়াকে হে কৈ থাকোঁ !

**তাপসী**—এৰা, তাকে নোকোৱা কিয়; সেই গুণেই হে মানুহটো বলিয়া হল। এনে তিৰোতাৰ মাত বলিয়া কুকুৰৰ দাঁতততকৈও বিষাল। তোমাৰ উদ্ভগুলিতে তেওঁৰ চকুৰ টোপনি নাইকিয়া হৈ বায়ু উধালে। তোমাৰ নিজৰ কথাতে ওলাইছে তেওঁৰ সদাই খোৱা-শোৱাত তোমাৰে পৰা অসুখ-অঁশান্তি, যি খায় সিও জীণ নাযায়; বিহ-সনা যেন হয়। সেই গুণেই তেওঁৰ গাত জুই জলিল। আৰু বলিয়া হোৱা নো কি? একুৰা জুই মাথোন। ভুমিয়েই কৈছা, তোমাৰ মাতৰ তাপতে তেওঁ এখন্তুক মানুহৰ লগত ধেমালী-ধুমুলা কৰিও মন সুখেৰে থাকিবলৈ নাপায়, সেইবোৰ কথা তুমি উনুকিয়াই দিয়া গৈ, এনেকৈ মনত সুখ শান্তিক অলপো ঠাই নিদিলে বায়ুৰ বহিৰে আৰু কি হে মুড়ত ঠাই পাব? খাওঁতে, শোওঁতে, ধেমালীত থাকোঁতে মানুহক সদাই অলপো ভত নিদিলে মানুহ নেলাগে গৰু-মহো বলিয়া হব। শেহত এইয়ে হল গৈ যে তোমাৰ ঈৰ্ষ্যাৰ জুইয়ে তেওঁৰ জ্ঞানটি পুৰি চাই কৰিলে।

**তৰা**—বাইদেৱে কেতিয়াবা কিবা কিবি কলেও সেও হৈ হে কয়, তেওঁ হে জ্বলি-পকি উঠে।—নেমাতাঁ নো কিয়! ভেবা লাগি শুনি আছাঁ যে?

**মালতী**—তেওঁ মোক আপোন মুখতে ঘাটি খুৱালে। —হেৰা দেও সকল! তুজনমানে ভিতৰ সোমাই ডাঙৰীয়াক ধৰি আনা বুজিছানে?

**তাপসী**—অ, মোৰ ইয়ালৈ কোনো সোমাব নোৱাৰে।

**মালতী**—তেনেহলে আপোনাৰে মানুহক কওক, তেওঁক উলিয়াই আনিবলৈ।

**তাপসী**—সিও নহয়। তেওঁ ইয়াকে শৰণৰ ঠাই মানি ইয়াত সোমাইছেহি যেতিয়া, তোমালোকৰ হাতৰ পৰা তেওঁ অৱশ্যে ৰক্ষা পাব। মই যি জানোঁ তাৰেই নিজে চাই চিঁতি তেওঁক ভাল কৰিম; বা ভাল কৰিব নোৱাৰি হাৰ মানি হে এড়িম।

**মালতী**— মই তেওঁৰ ধৰ্ম্মপত্নী; তেওঁক নৰীয়াত পৰদিয়া, খুউৱা-ধুউৱা আদি কামত মোৰ হে অধিকাৰ, মই আনক সেইবোৰ কৰিবলৈ এড়ি নিদিওঁ; আপুনি উলিয়াই দিয়ক, মই তেওঁক ঘৰলৈ নিওঁ।

**তাপসী**—তুমি ইমান বিতত নহবা; তেওঁক আকৌ আগৰ অৱস্থালৈ নি ভাল কৰিবলৈ, মই যি জানোঁ, আৰু সকলোৱে যাক ভাল বোলে, এনে দৰব-জাতি খুৱাই-মেলি নোচোৱা কৈ, আৰু তেওঁৰ হৈ, যি পাৰোঁ, পূজা পাটল নকৰা কৈ মই এড়ি নিদিওঁ, ধ্ৰুপ জানিবা। এনেবিলাক কাম মোৰ ধৰ্ম্মৰ এক অংশ; মই যি ব্ৰত অৱলম্বন কৰিছোঁ, এই বোৰ দয়া-ধৰম সেই ব্ৰতৰ সঙ্কল্প। সেই কাৰণে এই কামত মোৰো অধিকাৰ আছে। তোমালোক যেই বাটেই আহিছা সেই বাটেই গুচি যোৱাঁ গৈ হঁক।

**মালতী**—মই মোৰ স্বামীক নিনিয়াকৈ ইয়াৰ পৰা

খোজকে নলৰাওঁ; আৰু আপুনি ধাৰ্ম্মিক মানুহ হৈ এনে অন্যায় কৰি গিৰীয়েক-ঘৈণীয়েকৰ বিচ্ছেদ কৰাটো ভাল নহয়।

**তাপসী**—বাৰু মনে মনে গুচি যোৱাঁগৈ এতিয়া; তেওঁক নিবলৈ নোপোৱাঁ।

[ **প্ৰস্থান**।

**তৰা**—এই অপমানৰ কথা ৰজাত গোচৰ দিয়াঁগৈ।

**মালতী**—আহ, মই ৰজাৰ ভৰিতে দীঘল হৈ কান্দি-কাটি পৰোঁগৈ; ইয়ালৈ ৰজা নিজে আহি মোৰ স্বামীক তাপসীৰ হাতৰ পৰা কাঢ়ি আনি দিম নোবোলে মানে নুঠোঁয়েই।

**অনিৰাম**—এতিয়া মানে পাঁচ বাজিব পায়। সৌৱা ৰজাই দেখোন এই ফাললৈকে আহিছে। অ, ঠিক, এই মন্দিৰৰ পাছ ফালে যে দেখিলেই ভয় লগা সেই জেৰেঙ্গা খন (মশান) আছে, তালৈকে যাবলৈ এই বাটে আহিছে।

**সোণেশ্বৰ**—কি সকামত নো তালৈ যায়?

**অনিৰাম**—আজি পুৱা কামপুৰৰ এজন তুৰ্কপলীয়া বুঢ়া মুদৈয়ে এই দেশৰ বিধি লঙ্ঘন কৰি ইয়াত সোমালহি। সেই দোষতে তেওঁৰ প্ৰাণদণ্ড হব, তাকে চাবলৈ ৰজা নিজে আহিছে।

**সোণেশ্বৰ**—সৌৱা তেওঁবিলাক পালেহিয়েই। বলক আমিও সেই দুৰ্ভগীয়াৰ মৰণকে চাওঁগৈ হঁক।

**তৰা**—ৰজাই এই মন্দিৰ পাৰ নৌ হওঁতেই তুমি আঠু লৈ গোচৰ দিবা।

**ৰজা, ধনবৰ, বন্দীপাল, চাওদাঙ্গ, আৰু অইন অইন বিষয়া সকলৰ প্ৰবেশ।**

**ৰজা**—এতিয়াও ঢোল পিটি শুনাই দিয়া হওক, যে যদি কোনোৱে ধন-দণ্ড দি এওঁক সকৰাব খোজে, এতিয়াও এওঁক প্ৰাণদণ্ডৰ পৰা মুক্ত কৰা হব।

**মালতী**— স্বৰ্গদেৱ! এই তাপসীৰ ওপৰত বেটীৰ এখন গোচৰ আছে, বিচাৰ কৰক।

**ৰজা**— মই জানোঁ তেওঁ বৰ ধাৰ্ম্মিক মানুহ, তেওঁ নো তোমাক কি জগৰ কৰিছে? মোৰ বিশ্বাস, তেওঁ কেতিয়াও অন্যায় নকৰে। কোৱা, অৱশ্যে ন্যায় বিচাৰ কৰা হব।

**মালতী**—স্বৰ্গদেৱক কব নালাগে মোৰ স্বামী কোন; কাৰণ স্বৰ্গদেৱেই বেটীৰ বিয়া ঠিক কৰিছিল। আৰু মইও স্বৰ্গদেৱৰ কথাতে তেওঁক মোৰ ধন-জন-জীৱনৰ গৰাকী পাতিলোঁ। ঈশ্বৰৰ ইচ্ছা, আজি তেওঁ প্ৰচণ্ড বলিয়া হল। নগৰ গোটাইখনত যাৰে পায় তাৰে ঘৰত সোমাই বিৰিটো, মণিটো, আঙ্গঠিটো, যিহকে মন গৈছে তাকে আনি, তেওঁ অনেক মানুহৰ অপকাৰ কৰি ফুৰিছে। তেওঁৰ লগতে তেওঁৰ লগুৱাটোৰো সেই দশা, দুইও সমান। এবাৰ দুইকো বান্ধি নি ঘৰত সুমাই থোৱা হৈছিল গৈ। থৈ, কত কি জগৰ লগাইছে,

জানি, লেঠা-পিঠা মাৰিবৰ মনেৰে এখন্তক বাহিৰলৈ ওলাই-ছিলোঁ; সেই ছেগতে, কিহৰ নো বলত কব নোৱাৰোঁ, ৰথীয়া-পৰীয়াকো নগণি, বলিয়া লগুৱাটোৱে সৈতে তেওঁ ওলাই আহিল। দুয়ো খঙত উগ্ৰমূৰ্ত্তি হৈ হাতত তৰোৱাল লৈ আমাক খেদাত চেষ্টা হেৰুৱালে। মাতি বুলি সৰহ কৈ মানুহ-দুনুহ গোটাই লৈ আকৌ দুইকো বান্ধি নিবলৈ আহিছিলোঁ, তেনেতে এই মন্দিৰটোতে তেওঁ বিলাক লৰ মাৰি সোমাল গৈ। আমিও পাচতে গৈছিলোঁ, কিন্তু তাপসীয়ে দুৱাৰ মাৰি ধৰিলে। তেওঁবিলাকক ঘৰলৈ লৈ যাবলৈ উলিয়াই আনিবলৈ আমাকে সোমাব নিদিয়ে; তেওঁ নিজেও উলিওৱাই নিদিয়ে। এইয়ে মোৰ গোচৰ। স্বৰ্গদেৱে বিচাৰ কৰি মোৰ স্বামীক মন্দিৰৰ পৰা উলিয়াই দিবলৈ তাপসীক আজ্ঞা কৰক।

**ৰজা**—তোমাৰ স্বামীয়ে বহুত দিনৰ পৰা মোক অনেক যুদ্ধত সহায় কৰিছে। আৰু তোমাকো মই নিজ মুখে কৈ তেওঁৰে সৈতে পৰিণয় কৰাবৰ সময়ত, যত পাৰোঁ তেওঁৰ ভাল কৰিম বুলি নিজে এই ৰাজমুখেৰেই প্ৰতিজ্ঞা কৰিছিলোঁ। তোমালোকৰ কোনে হয় এজনে এই দেৱা-লয়ৰ দুৱাৰত খুন্দিয়াই, ৰাজ আজ্ঞা শুনাই. তাপসীক ওলাই আহিবলৈ কোঁৱা। মই এই কথাৰ এটা নিশ্চয় কৰি হে ইয়াৰ পৰা যাম।

**এটা লগুৱাৰ প্ৰবেশ।**

**লগুৱা**—আই! আই! আঁতৰক! আঁতৰক! আপো-

নাৰ গাটোকে সৰুৱাওক! দেউতা আৰু কলিমন দুইও কেনেবাকৈ মুকলি হৈ ওচৰৰ মাহকো মানুহবোৰক উধা-মুধা কৈ মৰিয়ালে; আৰু সেই বেজটোক ধৰি বান্ধি লৈ, ডাল-জুইৰে তাৰ দাড়ি বোৰ পুৰিলে; আকৌ দেশৰ খিচনি-বোকাবোৰ মাৰি দাড়িত লাগি থকা জুই কুৰা নুমালে। এতিয়া লগুৱাটোৱে কাচী এখন লৈ চুলি-টুলি কাটি তাক বহুৱাটো সাজিছে; দেউতাই আকৌ 'অলপ ৰ অলপ ৰ' বুলি তাক চেঁচনী দিছে। সঁচা কৈছোঁ, আই, যদি এতিয়াই তাক এৰুৱাবলৈ মানুহ নপঠিয়াই, তেনেহলে দুইও গোট খাই তাক মাৰি হে এড়িব।

**মালতী**—হে হে বলিয়া! তোৰ দেউতাৰ দেখোন তেওঁৰ লগুৱাৰে সৈতে ইয়াতে আছে। তই মিছা কথা কৈছ।

**লগুৱা**—সঁচা আই, মৰিবলৈ. মই মিছা কোৱা নাই। মই এই বোৰ দেখি একে উসাহতে এইখিনি পাইছোঁহি। দেউতাই পাৰে মানে আপোনাক বিচাৰি ফুৰিছে, আৰু শপত খাই কৈছে, আপোনাক পালে হেনো আপোনাৰ মুখ এধা পোৰা কৰিব। [ভিতৰত চিয়ঁৰ-বাথৰ।

শুনক . শুনক আই! দেউতাৰ মাত শুনিছোঁৱেই। পলাওক! ইয়াৰ পৰা লড় মাৰক!

**ৰজা**—আহঁা, তোমালোক মোৰ ওচৰলৈ আহঁা। কো ভয় নকৰিবা, কেউপিনে ৰখীয়া থওক।

**মালতী**—কত নো নবোঁ গৈ ! সোঁৱা হয় দেখোন ডাঙ্গৰীয়াই ! দেখিছা ঐ ৰাইজ সকল ! তোমালোক সাক্ষী হবা হঁক, তেওঁক কিহবাই উড়ুৱাই লৈ ফুৰাইছে। এতিয়া আমাৰ আগতে এই মন্দিৰত সোমাল, এতিয়াই আকৌ এই পিনে ওলাল হি ; এনে কথা মনেৰেও ভাবিব নোৱাৰি।

**মা, নিৰঞ্জন আৰু মা, কলিমনৰ প্ৰবেশ।**

**মা, নিৰণ**—মহাৰাজ ! বিচাৰ কৰক, স্বৰ্গদেৱ ! ন্যায় বিচাৰ কৰি বন্দাক ৰক্ষা কৰক। অনেক যুদ্ধত মোৰ এই দেহাকে আগ কৰি স্বৰ্গদেৱক ৰাখি যুজি ফুৰোঁতে মোৰ গাৰ মঙ্গহ বখলা-বখলে গৈছিল, সেই কথাক এতিয়া সোঁৱৰক। তেতিয়া মই যি টোপা তেজ স্বৰ্গদেৱৰ নিমিত্তে দিছিলোঁ, এতিয়া ন্যায় বিচাৰ কৰি স্বৰ্গদেৱে তাৰ বেচ মোক দিয়ক।

**ধনবৰ**—(মনে মনে) মৰাৰ ভয়ত যদি মোৰ চকুত চলি-হাই ধৰা নাই, তেনেহলে এই দুটা, মোৰ পো নিৰঞ্জন আৰু তাৰ লগুৱা কলিমন যেন লাগিছে।

**মা, নিৰণ**—স্বৰ্গদেৱ ! এই পাপিষ্ঠী তিৰোতাক স্বৰ্গ-দেৱেই মোক দিয়ে ; তাই আজি মোক যিমান অপমান-অমৰ্য্যাত কৰিছে, আৰু তাৰ দ্বাৰাই মোৰ যিমান অনিষ্ট হৈছে তাৰ সীমা নাই।

**ৰজা**—কেনেকৈ ? প্ৰমাণ কৰা, অৱশ্যে ন্যায় বিচাৰ কৰা হব।

**মা, নিৰণ**—আজি তুপৰীয়া তাই মোক ঘৰৰ ভিতৰলৈ সোমাব নিদি তুৱাৰ-ডাঙ্গ মাৰি বাহিৰতে থলে। যত তুষ্ট মানুহ লগত লৈ তাই মোৰ ঘৰৰ ভিতৰত খিকিন্দালি মাৰি ভোজ পাতি সোমাই থাকিল।

**ৰজা**—ই বৰ ডাঙ্গৰ অপৰাধ! হয় নে মালতী, সঁচা নে?

**মালতী**—ৰাম ৰাম! নহয় মহাৰাজ! তত আজি তৰা আৰু মোৰ আগতে ভাত খাইছে। যদি মিছা কৈছোঁ, মোৰ ৰৌৰৌ নৰকত হে বাস হব।

**তৰা**—চন্দ্ৰ সূৰ্য্য দেৱতা সকল সাক্ষী, বাইদেৱে যি কথা কৈছে তাৰ এক ধনিষ্টামানো মিছা নহয়।

**সোণেশ্বৰ**—উঃ কি মিছা কথা। স্বৰ্গদেৱ! তেওঁ-বিলাক তুইও মিছা শপত খাইছে। যদিও এওঁৰ আজি কথাৰ ঠিক নাইকিয়া হৈছে, তথাপি এওঁৰ এই কেষাৰ কথা হলে অলপো মিচা নহয়; মই বেচকৈ জানোঁ।

**মা, নিৰণ**—মহাৰাজ! মই যি কৈছোঁ, তাক মোৰ সম্পূৰ্ণ জ্ঞান বিশ্বাসেৰে কৈছোঁ। মই মদ খাই মতলীয়া হোৱাও নাই, বা অকাৰণত খঙ্গ উঠি ভ্ৰম বকাও নাই। মোক ইহঁতে যেনে অন্যায় কৰিছে, তেনে অৱস্থাত মোতকৈ জ্ঞানী এজন হলেও থিৰেৰে থাকিব নোৱাৰে। তুপৰীয়াৰ ভোকত এই তুৱাৰ মাৰি থৈ মোক খেদাই পঠিয়াই। সেইটো সোণাৰিয়েই তাৰ সাক্ষী হব পাৰিলে হেতেন; তেতিয়া সি

মোৰ লগতে আছিল, এই বোৰ কথা সি এটাই বোৰ আপোন চকুৰেই দেখিছিল: কিন্তু কি হব, সিহঁত দুইবো একে ফিকিৰ। তাৰে পৰা তাক পঠিয়াই দিলোঁ, বোলোঁ মই আহঁতগুৰিতে লাহমনে সৈতে খোৱা-বোৱা কৰিম গৈ; তালৈকে তই মোলৈ গঢ়া হাৰগছ লৈ যাবি। সি শলাগি-শুলাগি গল হয়, কিন্তু আমাৰ ভাত-পানী খোৱা হৈ গল, তেও সি নোলাল গৈ। বেলি হোৱা দেখি ময়ে তাক বিচাৰি আহি এই মানুহটোৰ সৈতে বাটতে লগ পালোঁহি। সি মিছলীয়াই সোধ-পোছ নাই পোনে-পোনেই বোলে মোৰ হাৰ গছৰ বেচ দিয়ক। বাৰে কুৰি শপত খাই কলে যে মোক সি হাৰ-গছ দিলে, ধন পাবলৈ মাথোন বাঁকি। কিন্তু ঈশ্বৰে জানে, হাৰ-গছ কেনেকুৱা মই এতিয়ালৈকে চকুৰেই দেখা নাই। পাছে এটা কোটোৱালক মাতি সি মোক তেতিয়াই ধৰালে। মইও স্বৰ্গদেৱক জনাই তাক সমুচিত দণ্ড দিয়াম বুলি একো আপত্তি নকৰি মাত্তি হলোঁ। দিব লাগে বোলা ধন খিনি আনিবলৈ মোৰ লগুৱাটোকে ঘৰলৈ পঠিয়াই দিলোঁ। দি বাটচ'ই আছোঁ ভালেখিনি বেলি, সি উভতি নাহিল। তাৰ পাচত মই কোটোৱালক খোলা-খুলি কৈ কলোঁ, 'সি দেখোন আহি নেপালেহি; মোৰ লগত তয়ে মোৰ ঘৰলৈ বৈ, তাতে তোক টকা দি পঠিয়াই দিওঁ গৈ। এই বুলি দুইও গৈ আছোঁ, স্বৰ্গদেৱ! বাটতে দেখোন মোৰ তিৰোতা তাইৰ ভনীয়েক আৰু এমথা নীচ

প্ৰকৃতিৰ মানুহেৰে সৈতে আহি উপস্থিত। লগতে সিহঁতে এটা খাবলৈ নোপোৱা, পেটুৱা, এহাতলৈ চকু সোমোৱা, আদনাঙঠা, জকাওলোৱা, তুলমুৱা, এধাজীয়া-এধামৰা দুষ্ট বেজ লৈ আহিছিল। সি পাষণ্ডই হেনো মন্ত্ৰ জানে, ভূত খেদাব পাৰে। সি দেখোন আগবাঢ়ি আহি মোৰ চকুদুটালৈ টেলেকা-টেলেকি কৈ চাবলৈ ধৰিলে; আৰু হাত খনত ধৰি এবাৰ নাড়ীডাল টিপি চাই বোলে 'এওঁক ভূতে পাইছে'। পাছে এটাই মখাই মোকে লগুৱাটোকে বেঢ়ি ধৰিলে; আৰু দুইকো হাতে ভৰিয়ে বান্ধি ঘৰলৈ লৈ গৈ এন্ধাৰ-মুধাৰ জেকা ঘৰ একোথালিত পেলাই থলে গৈ। কামুৰি-জামুৰি কোনো মতে বান্ধটো শোলোকাই মুকলি হৈয়েই স্বৰ্গদেৱৰ ওচৰলৈ তৰা-নৰা চিঙ্গি আহিছোঁ। এতিয়া স্বৰ্গদেৱে বিচাৰ কৰি এইবোৰ অমৰ্য্যাতৰ বাবে দোষীক সমুচিত দণ্ড দিয়ক, বন্দীৰ এই প্ৰাৰ্থনা।

**সোণেশ্বৰ**—স্বৰ্গদেৱ! মই এই মাত্ৰ কব পাৰোঁ, যে তেওঁ আজি ঘৰত ভাত খোৱা নাই; দুৱাৰ মাৰি তেওঁক বাহিৰত থোৱাটো সঁচা।

**ৰজা**—বাৰু, তই তেওঁক হাৰ-গছ দিছিলি নে নাই?

**সোণেশ্বৰ**—দিছিলোঁ স্বৰ্গদেৱ! তেওঁ যেতিয়া ইয়াত লড় মাৰি সোমায়, তেতিয়া তেওঁৰ ডিঙ্গিতে সেইগছ হাৰ আছিল, এইবোৰ মানুহেই দেখিছে নহয়।

**অনিৰাম**—আৰু মইও শপত খাই কব পাৰোঁ, যে তুমি প্ৰথমে এবাৰ আমাক সেই বজাৰত লগ পাওঁতে 'কব হাৰ মই তাক দেখাই নাই', বুলি মিছা মাতিছিলা। এতিয়া আকৌ এই খিনিতে 'মই কেতিয়া মিছা মাতিছিলোঁ' বুলি হাৰ-গছ পোৱাৰ সৈ লৈ ছিলা। তাতে হে মই তোমাক মিছলীয়া বুলি কাটিবলৈ তৰোৱাল দাঙ্গি লৈছিলোঁ। তুমি লড় মাৰি গৈ এই দেৱালয়তে সোমালা। কি ভেলেকী মাৰি নো তুমি আকৌ ওলাই আহিলা, তাক হে কব নোৱাৰোঁ।

**মা, নিৰণ**—মই ইয়াৰ ভিতৰলৈ কেতিয়াও সোমোৱা নাই, আৰু তুমিও মোলৈ তৰোৱাল দঙ্গা নাই। ধৰ্ম্মক সাক্ষী কৰি কৈছোঁ, মই সেই হাৰ চকুৰেও দেখা নাই, যদি মই মিছা কৈছোঁ, মোক সেই ধৰ্ম্মেই ঘটাব।

**ৰজা**—এই খন কি বেমেজালি গোচৰ পাতিছা হঁক তোমালোকে? এটাইবোৰ মতলীয়া হলা হঁক নে কি! যদি মন্দিৰৰ ভিতৰলৈ এওঁ সোমাইছিলেই আকৌ ইয়াত ওলালহি কেনেকৈ। বলিয়া বুলিবলৈকো, তেনে মানুহে এনে থিৰ ভাবে গোচৰ দিয়াটো কেতিয়াও সম্ভৱ নহয়। তোমালোকে কোৱা এওঁ ঘৰতে ভাত খাইছে, ই সোণাৰিয়ে পোনেই সেইটো কথা মিছা বুলি কয়। হেৰ তই কি ক?

**মা, কাল**—স্বৰ্গদেৱ ঈশ্বৰ! দুপৰীয়া ডাঙ্গৰীয়াই সেই তেওঁৰ ঘৰত আইঁতগুৰিত হে ভাত খাইছিল।

**সোণপাহী**—হয় স্বৰ্গদেৱ, আৰু মোৰ হাতৰ পৰা সেই আঙ্গঠিটোও তও কাঢ়ি লৈ আহিছে।

**মা, নিৰণ**—হয় স্বৰ্গদেৱ, এই আঙ্গঠিটো মই তাইৰ পৰা অনা হয়।

**ৰজা**—এই মন্দিৰলৈ তেওঁক সোমোৱা দেখিছিলি নে তই?

**সোণপাহী**—হয় স্বৰ্গদেৱ, মই নিজ চকুৰেই দেখিছোঁ।

**ৰজা**—ই বৰ আচৰিত! যা এটাই তাপসীক মাতি আন। হয় তহঁত এটাই মখা বলিয়া হৈছ, নহলে তহঁতৰ কিবা এটা বৰ ভ্ৰম হৈছে। [ **তাপসীৰ গুৰিলৈ এজন যায়।**

**ধনবৰ**—স্বৰ্গদেৱ ঈশ্বৰে অনুমতি দিলে বন্দীয়ে এবাৰ কথা কব খোজোঁ। এই সমাজৰ ভিতৰতে মোৰ এজন বন্ধু দেখিছোঁ, তেওঁ দণ্ডৰ ধন দি মোৰ প্ৰাণৰক্ষা কৰিব পাৰিব পাৰে।

**ৰজা**—কামপুৰীয়া, তোমাৰ যি মনৰ কথা আছে, নিৰ্ভয়ে ভাঙ্গি কোৱাঁ।

**ধনবৰ**—বোপা, তোমাৰ নাম নিৰঞ্জন নহয় নে? আৰু সেইটো তোমাৰ লগুৱা কলিমন নহয়নে?

**মা, নিৰণ—** }
**মা, কলি—** } হয়।

**ধনবৰ**—তোমালোকে অৱশ্যে মোক চিনিব পাৰিছা। বোপা, তুমি মোলৈ চাই কিয় তধা লাগিছা? মোক তো তুমি বেছকৈ চিনাঁ।

**মা, নিৰণ**—মই আপোনাক দেখা মনত নপড়ে।

**ধনবৰ**—হায় হায়! দুখে শোকে মোৰ তেজ মাংস শুকুৱালে; কুটিল কালৰ হাতত মোৰ মুখৰ কান্তি হৰিল। মোৰ মুখ দেখি সেই কাৰণে নিচিনিব পাৰা। তেওঁ কোৱা চোন বোপা, তুমি মোৰ মাতেতো চিন ধৰিব পৰা নাই নে?

**মা, নিৰণ**—কতা নাই পৰা দেখোন।

**ধনবৰ**—কলিমন তই একা?

**মা, কলি**—সঁচা কৈছোঁ দেও, মই পৰা নাই।

**ধনবৰ**—মই ঠিক জানিছোঁ তই পাৰিছ।

**মা, কলি**—তাতোকৈ ঠিক, দেউতা ঈশ্বৰ মই নাই পৰা। আৰু এতিয়া আপুনি, যেইয়ে যিহকে কয় তাকে পতিয়াবই লাগিব।

**ধনবৰ**—অস্! অস্! মোৰ মাতো চিনিব নোৱৰা হল! হায় দুৰ্দ্দান্ত কাল! তোৰ কঠোৰ গতিয়ে কি এই সাত বছৰৰ ভিতৰতে মোৰ জিভাকো ইমানকৈ কোঁচ খুৱালে, যে মোৰ

একেটি পোৱেও মোৰ মাত বুজিব নোৱাৰা হল! বোপা, যদিও মোক ৰোগে শোকে জুৰুলা কৰিলে, যদিও মোৰ তেজমাংস তেনেই শুকাল, তেও মোৰ শোক আন্ধাৰত পড়ি থকা মনতো স্মৰণ শক্তি অলপ আছে। মোৰ অন্ধলা চকুতো অলপ তেজ আছে; মোৰ কলা কাণতো অলপ শক্তি আছে। মই দেখোন তইঁতক চিনিব পাৰিছোঁ। তই বোপা মোৰ পো নিৰঞ্জনেই হয়, মোৰ তাত এক ধনিষ্টা মানো সন্দেহ নাই।

**মা, নিৰণ**—আপুনি যে তেনেকৈ কৈছে, মই উপজিবৰে পৰা মোৰ পিতৃ-মুখ কেনে দেখাই নাই।

**ধনবৰ**—বোপা, তই মোক কামপুৰত এড়ি থৈ অহা সাত বছৰ মাথোন হৈছে। হব পাৰে তই মোক দুখত পৰা দেখি বোপাই বুলিবলৈ লাজ পাইছ!

**মা, নিৰণ**—উপজিবৰে পৰা কামপুৰ যে মই কেতিয়াও দেখা নাই, মহাৰাজকে প্ৰমুখ্য কৰি এই নগৰৰ সকলো মানুহে বেছকৈ কব পাৰে।

**ৰজা**—কামপুৰীয়া মুদৈ, ময়ে তাক মোৰ পেটৰ পোৱালিৰ দৰে আদৰ কৰি লৈ ফুৰুৱা আজি কুৰি বছৰ হৈছে, ইয়াৰ ভিতৰত সি কামপুৰ চকুৰেই দেখা নাই, মই বেছকৈ কব পাৰোঁ। বয়সে বিপদে গোটখাই তোমাক অথিৰ অবিৰ কৰিছে হবলা।

**তাপসী, কা, নিৰণ আৰু কা, কলিমনৰ পুনঃ প্ৰবেশ !**

**তাপসী**—মহাৰাজৰ জয় হওক ! মহাৰাজ ! এই (কামপুৰীয়া নিৰঞ্জনলৈ আঙ্গুলিয়াই) বিপদীয়াৰ গোচৰলৈ কৰ্ণপাত কৰক।

[ সকলোৱে বেঢ়ি সিহঁতক চায়।

**মালতী**—মই দেখোন দুজন স্বামী দেখিছোঁ, নে মোৰ চকুৰেই হে ভ্ৰম।

**ৰজা**—ই কি ! ইহঁত দুটাৰ এটা অৱশে মায়াবী ; ইহঁত দুটাৰ কোনটো নো মানুহ কোনটো মায়াবী ? কোনে কব পাৰে ?

**মা, কলি**—স্বৰ্গদেৱ ! ময়ে কলিমন, তাক খেদাই দিয়ক।

**মা, কলি**—স্বৰ্গদেৱ ঈশ্বৰ ! মই হে কলিমন ; মোক ৰাখক নেখেদাব।

[ কাঁও-বাঁও কৰে !

**কা, নিৰণ**—আপুনি দেউতা নহয় নে ? নাই আপুনিও কিবা মায়াবী হে ?

**কা, কলি**—অ এইয়া দেখোন আমাৰ বুঢ়া দেউতা। দেউতাক কোনে বান্ধিলে !

**তাপসী**—যেয়ে বান্ধক, মই বান্ধ মোকোলাই দিওঁ। তেওঁৰ মুক্তিয়েই মোৰ স্বামী-লাভ। ডাঙ্গৰীয়া ! কওক চোন আপোনাৰ সুমথিৰা নামে এজনী ভাৰ্য্যা আছিল নে ? সেই ভাৰ্য্যাই একেবাৰেই দুটি সুন্দৰ সুন্দৰ লৰা প্ৰসৱ

কৰিছিল নে? যদি আপুনি সেই জনাই হয় তেনেহলে কওক,ময়েই আপোনাৰ হতভাগিনী দাসী সুমথিৰা।

[ প্ৰণিপাত ]

**ধনবৰ**—ই যদি স্বপ্ন নহয় তুমি মোৰ সেই সুমথিৰা হোৱা। যদি হোৱাঁ, কোৱাঁ চোন তোমাৰ লগত উটি যোৱা মোৰ সিটি লৰা কত?

**তাপসী**—মুদৈ নগৰৰ মানুহে তাক, মোক, আৰু কলিমন, তিনিওকো নাও এখনত তুলি ললে। কিন্তু লোহিত নগৰৰ কিছুমান দগা মাছমৰীয়াই অইন এখন নাৱেৰে লাহে লাহে আহি আমাৰ ওচৰ পাই কলিমনকে নিৰঞ্জনকে বলেৰে কাঢ়ি লৈ গুচিগল। মই মুদৈনগৰৰ মানুহৰ লগতে পৰি থাকিলোঁ। তাৰ পাছত সিহঁতৰ কি হল কব নোৱাৰোঁ। মই কি কৰিলোঁ দেখিছেই!

**ৰজা**—হয়, ঠিক পুৱা এওঁ কোৱা কথাবো এইথিনিতে আৰম্ভ। ইপিনে এই দুইটা নিৰঞ্জন যেন একে সাঁচতে মৰা হে। এই দুইটা কলিমন দেখোঁতে একেটাই যেন। তাতে বুঢ়ীৰ নাও বুৰা কথা। ঠিক এই বাপেকি-মাইকীৰে এই দুটি লৰা। ঈশ্বৰে অতদিনৰ মূৰত কৃপা কৰি এটাই-কেটিক একেঠাই কৰিছে। নিৰঞ্জন, তুমিয়েই পোনেই লোহিত নগৰৰ পৰা আহিছিলা নহয়?

**কা, নিৰণ**—নহয়, স্বৰ্গদেৱ! মই কামপুৰৰ পৰা হে আহিছোঁ।

**ৰজা**—ৰবা, তোমালোক দুইও দুফালে ঠিয় হোৱাঁ চোন। কোনটো কোন, মই চিনিবই পৰা নাই।

**মা, নিৰণ**—দয়শীল মহাৰাজ! ময়েই লোহিত নগৰৰ পৰা আহিছিলোঁ।

**মা, কলি,**—তৰ লগতে ময়ো।

**মা, নিৰণ**—মহাৰাজৰ জগদ্বিখ্যাত খুড়া জনা স্বৰ্গদেৱ বিজয়সিংহ মহাৰাজে মোক লগত লৈ আহে।

**মালতী**—আপোনালোকৰ কোন জনে আজি দুপৰীয়া মোৰ তাত আহাৰ কৰিছিল?

**কা, নিৰণ**—ময়ে।

**মালতী**—আপুনি মোৰ স্বামী নহয় নে?

**মা, নিৰণ**—নহয়; ময়ে হৈছোঁ।

**কা, নিৰণ**—ময়ো তাকে কওঁ; কিন্তু তেওঁ নুশুনে আৰু তেওঁৰ ভনীয়েক এই সুন্দৰীয়ে মোক ভিনিহিদেও, ভিনিহিদেও, কৰিছিল। [**তৰাক**।] যদি এইবিলাক সমাজিক নহয়, মই সঁচা কৈহে দেখিছো, শুনিছোঁ. তেনেহলে ঈশ্বৰে কৰিলে মই তেতিয়াৰ কথা তোমাক সোৱঁৰাবলৈ পাম।

**সোণেশ্বৰ**—ডাঙৰীয়া, মই দিয়া হাড়-গছ দেখোন সেই গছেই।

**কা, নিৰণ**—ওঁ হব পায়, মইতো নহয় বোলা নাই।

**মা, নিৰণ**—আৰু তুমি এই গছ হাড়ৰ বাবেই মোক কোটোৱালৰ হাতত দিছিলা নহয়?

**সোণেশ্বৰ**—হবপায় ডাঙ্গৰীয়া, কিন্তু মোত কি দোষ, আপোনাৰ নিজ ভাৰ্য্যাই আপোনাক চিনিব নোৱাৰিলে।

**মালতী**—ডাঙ্গৰীয়া, আপোনাক মুকলি কৰি নিবলৈ মই কলিমনৰ হাততে ধনৰ মোনাটো দি পঠিয়াইছিলোঁ, কিন্তু সি নিদিলেহি হবলা।

**মা, কলি**—কত্তা, মোৰ হাতত হলে ফুটা কড়ি এটাকে দিয়া নাই।

**কা, নিৰণ**—এইয়া সেই ধন মই হে পালোঁ। মোৰ লগুৱা কলিমনে লৈ আহিছিল। অ ভালেতো হে, আমি দুইও ইটোৱে সিটোৰ লগুৱাক, সিটোৱে ইটোৰ লগুৱাক ঘুৰি ঘুৰি পাই ফুৰিছিলোঁ; মোক তেওঁ বুলি ভাবে, তেওঁক মই বুলি ভাবে, এয়েই হে অতবোৰ ভ্ৰমৰ মূল।

**মা, নিৰণ**—পিতাৰ দণ্ডৰ বাবে এই হাজাৰ ৰূপ মই পেলালোঁ।

**ৰজা**—ৰূপ দিবৰ আৱশ্যক নাই। তোমাৰ পিতৃৰ জীৱন দান দিলোঁ।

**সোণপাহী**—মোৰ সেই আঙ্গঠিটো পাব লাগে।

**মা, নিৰণ**—এইটো নে?

**তাপসী**—হে ৰাজাধিৰাজ মহাৰাজ! বেটীক অনুগ্ৰহ কৰি যদি এই মন্দিৰৰ ভিতৰলৈ দোখোজ মান আহে, তেনেহলে স্বৰ্গদেৱক আমাৰ দুৰ্ভাগ্যৰ সকলো কথা জনাই বেটীয়ে কৃতকৃত্য হব পাৰোঁ। আৰু ইয়াত গোট-

খোৱা সমজুৱা সকলে, যদি অনুগ্ৰহ কৰে তেনেহলে আজি এদিনৰ অন্তৰোৰ ভ্ৰমৰ কাৰণে আপোনা সকলে যি কষ্ট পাইছে, তাৰ বাবে সমুচিত সুশ্ৰূষা কৰিব পাৰোঁ। বোপা তহঁত উপজিবৰে পৰা ত্ৰিশ বছৰৰ মূৰত আজি হে মোৰ বুকুৰ শিল চপৰা গুচিল।

**ৰজা**—একো কথানাই; আনন্দমনেৰে মই যাম।

[ **দুই নিৰঞ্জন আৰু দুই কলিমনত বাজে সকলোৰে প্ৰস্থান।**

**কা. কলি**— দেউতা, জাহাজত তোলা আপোনাৰ বস্তু-বাহানি সোপা আনোঁ গৈ।

**মা, নিৰণ**—মোৰ কি বস্তু জাহাজত তুলিছিলি হেৰ কলিমন?

**কা, কলি**—কেলেই. সেই পকাঘাটত অতিথি-থকা ঘৰত যে আছিল, সেই সোপা।

**কা, নিৰণ**—অ সি মোক হে কৈছে। হেৰ মোৰ লগত হে আহিছ তই কলিমন। আহ বাৰু তই আমাৰ লগত, আমি তাৰ দিহা কৰিম। সেইটো তোৰ ককায়েৰক সাবত মাৰি ধৰি, তাৰে সৈতে ৰঙ্গ-ধেমালী কৰ।

[ **দুই নিৰঞ্জনৰ প্ৰস্থান।**

**কা, কলি**—তোমাৰ দেউতাৰাৰ ঘৰত থকা সেই শকত গাৰে মাইকী মানুহ জনাই, আজি মোক দুপৰীয়া তুমি

বুলি যেনেকৈ হে লাগিছিল। হওক তেও এতিয়া মোৰ ঘৈণী নহৈ বৌ হব লগা হল।

মা, কলি—এইটোৱেই মই নে, সেইটোৱেই মই ? তই মোৰ আৰচী যেন হে পাইছোঁ. ভাই নহ। এহে! মই কেনে চিকোন-মুৱ ডেকা! এতিয়া হে দেখিছোঁ!—বল যাওঁ।

কা, কলি—তুমি আগ হোৱঁা।

মা, কলি—নহয়, দুয়ো সমানে উপজিছোঁ, এতিয়াও দুয়ো সমানে হাতত ধৰা-ধৰি কৈ যাওঁ।

[ প্ৰস্থান।

সমাপ্ত।



## ৰাগিনী ভৈৰবী—তাল যৎ।

নাজানোঁ কি সতে সপে নাৰীয়ে পুৰুষত মন।
জ্বলি-পুৰি মৰে কিয় নিশা-দিন অকাৰণ॥
কতঁ আদৰৰ প্ৰাণ, পৰক কিয় কৰে দান,
কিয় পৰাধিনী হৈ দিয়ে সুখ বিসৰ্জ্জন॥
কাৰো কৰি কথা কয়, পাৱে পড়ি প্ৰেম পায়,
এবাৰ পূৰিলে আশা আৰু নকৰে যতন॥
'পুৰুষ ভোমোৰা প্ৰায়, উড়ি ফুৰি মউ খায়,
নতুন নহলে নিতে বাহি ফুলে সুঠে মন॥

[ ২য় অঙ্কৰ ১ম দৰ্শনৰ শেহত তৰাই গাব।
২৩ পিঠি।

---

## ৰাগিনী ঝিঁঝিট—তাল একতালা।

সুৰনী ফুলনি আজি আহা কিবা শোভা পায়।
লাখে লাখে ফুলে ফুল দেখিলে হিয়া জুৰায়॥
নীলাকাশে জ্বলে তৰা,
ফুল্লমনে হাঁহে ধৰা,
কুলিয়ে ডালৰ পৰা পঞ্চমত কুউ গায়॥
কি যে কেনে কৰে মন,
কিয় এনে উচাটন,
মলয়া বতাহে যেন প্ৰাণ মোৰ উড়ি যায়॥

[ ৩য় অঙ্কৰ ২য় দৰ্শনৰ আৰম্ভতে তৰাই গাব।
৪২ পিঠি।

## ৰাগিনী সুৰট—তাল আড়াঠেকা।

প্ৰাণৰ ভগিনী আজি হিয়া মোৰ ফাটি যায়।
কি যে কেনে কৰে মন কি বুলি বুজাম মই ॥
প্ৰাণে প্ৰাণে সঁপি দিলোঁ,
একেবাৰে পমি গলোঁ.
আগে নাজানিলোঁ কি যে দুখিনী কপালে হয় ॥
মনে মনে ভাবিছিলোঁ,
ই জীৱনে সুখী হলোঁ,
এবে সেই সুখ আশা অকাৰণে ভাঙ্গি যায় ॥

[ ৪ৰ্থ অঙ্কৰ ২য় দৰ্শনৰ আৰম্ভতে মালতীয়ে গাব।

৫৭ পিঠি।

## ৰাগিনী খাম্বাজ—তাল আড়াঠেকা।

আজিও কি আশে দুখিনীৰ দেহে আছে প্ৰাণ।
আৰু কিবা হব মোৰ দুখ নিশা অৱসান ॥
জীৱন সৰ্ব্বস্ব ধন,
দুখিনী হৃদি ৰতন.
অপাৰ সাগৰ মাজে দলোঁ সৰে বিসৰ্জ্জন ॥
হে প্ৰভু দয়ালু হৰি.
মাগিছোঁ কাকুতি কৰি,
ভৱলীলা সাঙ্গ কৰি দিয়া শ্ৰীচৰণে স্থান ॥

[ ৫ম অঙ্কৰ আৰম্ভতে তাপসীয়ে এই গীতটি
গাই মন্দিৰত সোমাব।

৭৭ পিঠি।

শ্ৰীযুত হৰি প্ৰসাদ বৰুৱা, বি-ই, আই-এচ-ইৰ

# মইনা।

( সচিত্ৰ পাঠাবন্ধা গল্পৰ কিতাপ। )

দাম—খনে ১৲এটকা, ডাক মাচুল স্বকীয়া।

আসামৰ স্কুল সমূহৰ নিমিত্তে “লাইব্ৰেৰি আৰু প্ৰাইজ বুক” ৰূপে মনোনীত হৈছে।

সকলো অসমীয়া সাহিত্যিকে একবাক্যে প্ৰশংসা কৰা কিতাপ।

পোৱাৰ ঠিকনা:—

( ১ ) শ্ৰীযুত কৃষ্ণ প্ৰসাদ বৰুৱা, বি-এ,
গোলাঘাট।

( ২ ) বৰুৱা এজেঞ্চি, দীঘলী পুখুৰী পাৰ,
গুৱাহাটী।

( ৩ মেনেজাৰ, নিউ প্ৰেছ,
পোঃ আঃ নিউ প্ৰেছ, ( গুৱাহাটী )।